এওঁ চুতুফা ৰাজা মৰণান্তে মন্ত্ৰীসকলে কোঁৱৰ সকলৰ কাৰো আশৈ ভাল নাপাই ১২৯৮ শকৰ পৰা ১৩০২ শকলৈকে ৰীতিমত ৰাজ্য শাসন কৰে। এই হেতুকে অৰাজ্য বোলা যায়। ৰাজত্ব ৪ বছৰ। ৩৯ ॥

মন্ত্ৰী শাসন

পৰে মন্ত্ৰীসকলে আশৈ ভাল পাই চতুৰ্থ চুখাংফা ৰাজাৰ সৰু পুত্ৰ ত্যাওখাম্‌থিক ১৩০২ শকত ৰাজা পাতি ললে। এওঁ ৰজাৰ দিনতে চাওথাইথুম্ বুঢ়াগোহাঞি হল। বৰগোহাঞি পৰীয়া ত্যাতানবিন্ বৰগোহাঞি হল। এওঁ ৰাজাৰ দিনতো বৰপাত্ৰ, বৰবৰুৱা ও বৰফুকন নাই। ৪০ ॥

ত্যাওখাম্‌থি

এই জনা ৰাজাৰে বৰ সৰু দুই জনা কুঁৱৰী। সৰু জনা কুঁৱৰীৰ গৰ্ভ হৈছিল। ইতিমধ্যে পূৰ্ব্বোক্ত জ্যেষ্ঠ-ভ্ৰাতৃ-বধী চুটিয়া ৰাজাক ধৰিবৰ মনেৰে বৰকুঁৱৰীকে ৰজাদেৱে নিজ ৰাজ-পাটৰ অধিকাৰিণী পাতি অথচ ৰাজা পাতি থৈ খেদি গল। চুটিয়া ৰাজা এই বাৰ্ত্তা শুনি পলাই পৰ্ব্বতলৈ গল। সেই হেতু চুটিয়া ৰাজাক নাপাই ৰাজাদেৱ নগৰলৈ ফিৰি আহিল। ৪১ ॥

১ বৰকুঁৱৰীৰ শাসন

কিন্তু নগৰ আহি নোপোৱাতেই এখেত বৰকুঁৱৰীয়ে সৰুজনা কুঁৱৰীৰ গৰ্ভ হোৱা দেখি তেওঁৰ পুত্ৰসন্তান হলে ৰাজাৰ বল্লভ ও ৰাজমাতা হব এই ভাবি ক্ৰুৰচৰিত্ৰা স্ত্ৰীজাতি নিৰ্দ্দয় ও নিষ্ঠুৰ সতিনীৰ খেপত থাকি মিছা দায় এটা উলিয়াই সৰু জনা কুঁৱৰীক কাটিবলৈ আজ্ঞা দিলে। পাচে কাটিবলৈ নিওঁতে বাটত বুঢ়াগোহাঞি ডাঙ্গৰীয়াই পাই সগৰ্ভা দেখি নকাটাকৈ ৰাখি ভুৰত তুলি সেই কুঁৱৰীক দিহিঙ্গ নদীত উটাই দিলে। ৪২ ॥

সতিনীৰ খেপ

এবং উটি গৈ হাবুং পালে। তাতে হাবুঙ্গীয়া ব্ৰাহ্মণ এজনে গা ধুবলৈ যাওঁতে ভুৰ ধৰি সোধাত আদ্যোপান্ত সকলো কথা কলে। ব্ৰাহ্মণেও ৰাজাৰ কুঁৱৰী আৰু সগৰ্ভা জানি দয়া-পূৰ্ব্বক ভুৰৰ পৰা তুলি নি আপোন ঘৰতে গোপন ভাবে প্ৰতিপালন কৰি ৰাখিলে। কালক্ৰমে সেই ব্ৰাহ্মণৰ ঘৰতে কোঁৱৰ

ব্ৰাহ্মণৰ ঘৰত সৰু কুঁৱৰী

এটি জন্মিল। পাচে কিছু দিনৰ মূৰতে কুঁৱৰী মৃত্যু হল। কিন্তু মৃত্যু হবৰ সময় কুঁৱৰীয়ে সেই লৰাটিক ব্ৰাহ্মণ-ব্ৰাহ্মণীক গতাই দি মৃত্যু হল। পাচে ব্ৰাহ্মণীয়েও আপোনাৰ পুতেকসকলৰ সহিতে পুত্ৰ হেন বোধ কৰি প্ৰতিপাল কৰি কোঁৱৰক তুলিলে। ৪৩ ॥

এখেত ৰাজাদেও নগৰলৈ আহিলত বৰকুঁৱৰীয়ে সতিনীয়েকৰ অনেক তুচ্চৰিত্ৰ মিথ্যা কথা প্ৰৱঞ্চনা কৰিলে। ৰাজাদেও বৰকুঁৱৰীৰ কুহক কথাকে সত্য মানি থাকিল, যিহেতু স্ত্ৰীজিত পুৰুষৰ সৰ্ব্বত্ৰ অমঙ্গল ও অপযশ। পাচে ৰাজাদেও আপোন পিতৃ-ৰাজ্যকে ভোগ কৰি কিছুকাল আছিল। পৰে পাত্ৰ-মন্ত্ৰী-সকলে ভাল নেপাই ১৩১১ শকত ঐ ত্যাওখাম্‌থিক ৰাজা ভাঙ্গি প্ৰকাৰন্তৰে মাৰিলে, ভোগ নবছৰ। সপ্তম ৰাজা গত। ৪৪ ॥

ত্যাওখাম্‌থিৰ মৃত্যু

পাচে মন্ত্ৰীসকলে আশে ভাল নাপাই চতুৰ্থ চুখাংফা ৰাজাৰ ৰাজনীৰ গৰ্ভত জাত তাওচুলাই কোঁৱৰক ৰাজা নাপাতি ১৩১১ শকৰ পৰা ১৩২০ শকলৈকে ৰাজ্য শাসন কৰি আছিল। এই হেতুকে অৰাজ বোলা যায়, কাল নবছৰ। ৪৫ ॥

মন্ত্ৰী-শাসন

পাচে ৰজা হবলৈ নোপোৱা বেজাৰ থাকি ত্যাওচুলাই কোঁৱৰ উজাই নৰা দেশলৈ যাই চুকুণ্‌ফা নৰা ৰাজাত জনালে, বোলে অসম দেশত আপোনাৰ বংশ নাইকিয়া হল। পাত্ৰ-মন্ত্ৰীসকলেহে ৰাজা হৈছে। ৪৬ ॥

ত্যাওচুলাইৰ আক্ষেপ

এই কথা কবলৈ যাওঁতেই এখেত গৰু সলাবলৈ যোৱা মানুহে ঐ হাবুঙ্গীয়া ব্ৰাহ্মণৰ ঘৰত বৰ মানুহৰ সন্তান হেন দেখি পৰস্পৰে সুধি আদ্যোপান্ত বুজি আহি কোঁৱৰটিৰ বাৰ্ত্তা জনোৱাত ডাঙ্গৰীয়াসকলে আনিবলৈ মানুহ পঠালে। সেই মানুহে গৈ আনিবলৈ ধৰাত, কোঁৱৰটিয়ে কলে, আই-ভাইসকল লগত নগলে মই নাযাওঁ। এনে বুলি কোৱাত ডাঙ্গৰীয়াসকলে ব্ৰাহ্মণৰ ঘৰো আহক, অথচ সমূলি তুলি আনিলে। পাচে ডাঙ্গৰীয়াসকলে কোঁৱৰটিক দেখি আৰো সমূলি বৃত্তান্ত জানি-শুনি ত্যাওখামথি ৰাজাৰ বীৰ্য্য-

বামুণী কোঁৱৰ চুডাংফা



3020

পুত্ৰ নিশ্চয় জানি ১৩২০ শকত সেই কোঁৱৰকে চুডাংফা নাম দি ৰজা পাতিলে। ৪৭ ॥

এবং ৰজা হৈ ব্ৰাহ্মণৰ লৰাইতক আপোনাৰ ককাই ভাই হেন বুলি কোঁৱৰ কৰি দিহিঙ্গত পাতিলে। সেই বামুণৰ লক্ষ্মী-নাৰায়ণ শালগ্ৰাম এখনি আছিল। সেই শালগ্ৰাম ভিতৰত ৰাখিলে। তাৰ পৰা চাঙ্গত লক্ষ্মী-নাৰায়ণ গোসাঞি চলিল। আৰু এই জনা ৰজাকো এবং বামুণৰ সেই লৰাবোৰকো এই হেতুকে বামুণী কোঁৱৰ বুলিলে। ৪৮ ॥

ৰাজ-চাঙ্গত শালগ্ৰাম

পাচে ঐ ত্যাওচুলাই কোঁৱৰৰ মুখে অসমত বংশ নাই হেন জানি, নৰা ৰজা চুৰুণ্‌ফাই তেওঁৰ ফালৰ তাচিন্‌পৌ বৰগোহাঞিক সেনাপতিকৈ দেশ লোৱাৰ মনেৰে সৈন্য-সামন্ত সহিতে পঠালে। সেই বৰগোহাঞি কুঁহিয়াৰবাৰীত কোঠ দিলেহি। পাচে আমাৰ ৰজাদেও সৈন্য-সামন্ত সহিতে আগ বাঢ়ি গৈ যুদ্ধৰ আৰম্ভণ কৰাত, নৰাইতে বোলে, আমাৰ ৰজাৰ বংশৰ কোনো ৰজা নাই বোলাত হে আমি আহিলোঁ। এতিয়া আমাৰে ৰজাৰে একো বিবাদ নাই। এই বুলি কৈ হুঁহকি গল। এনেতে চুডাংফা ৰজাৰ ফালৰ ত্যাতানবিন্ বৰগোহাঞি বাঢ়ি গৈ পাটকাইতে দুয়োদলে মিলামিলি হল। ৪৯ ॥

আহোম-নৰা মিলা-প্ৰীতি

পাচে দুয়োফালৰ ৰাজ-আজ্ঞাৰে দুয়ো দলে পাটকাই ওপৰৰ নঙ্গ-এাঙ্গ পানীতে অথচ পৰ্ব্বতৰ জুৰিতে হাত জোবৰাই, অথচ হাত সোমাই, এবং কুকুৰাকো কাটি সপত কৰি লাক্লি ডাপমাও ১৩২৩ শকত পাটকাই পৰ্ব্বতকে সীমা কৰি, দুয়ো বৰগোহাঞিৰ দুইটা মূৰ্ত্তি শিলত কটালে। নঙ্গএাঙ্গৰ অৰ্থ এই, নঙ্গ=বিল, এাঙ্গ=আছে, আৰু বুলিলে, এই পৰ্ব্বতকে আমি সীমা কৰিলোঁ। এতেকে দুয়োবো মূৰ্ত্তিয়েই চিন থাকিব। আৰু এই সীমা এৰি কোনোৱে কোনো ফালে বাঢ়ি আক্ৰমণ কৰিব নাপায়। এইৰূপে মিলামিলি কৰি সীমা পাতি উভয়ে আপোন আপোন ঠায়ে গল। ৫০ ॥

নৰা-আসাম সীমা

এই পাটকাই পৰ্ব্বতক চুকাফা ৰাজাদেও অসম দেশলৈ অহা কালত ডই-কাউ-ৰঙ্গ বুলিছিলে। তাৰ অৰ্থ এই, ডই = পৰ্ব্বত, কাউ = নটা, ৰঙ্গ-গোট খোৱা। পাচে এই সীমা কৰাৰ পৰা পাটকাই-চেংকান্ বুলিলে। পাচলৈ কেৱল পাটকাই নামহে চলিল। ঐ পাটকাই-চেংকানৰ অৰ্থ এই, পাট = কাটি, কাই = কুকুৰা, চেং = শপত, কান = লগালে। সেই ঠাইতে পৰে চুডাংফা ৰাজাদেও দিহিঙ্গৰ কোষৰ চৰগুৱাত নগৰ কৰিলে। এই জনা ৰজাদেৱৰ দিনতো ঐ ওপৰৰ চাওথাইথুম্ বুঢ়াগোহাঞি ও ত্যাতানবিন্ বৰ-গোহাঞি আছিল। বৰপাত্ৰ, বৰবৰুৱা ও বৰফুকন নাই। ৫১ ॥

চৰগুৱাত নগৰ

পাচে ৰাজাদেও সেই চৰগুৱা নগৰতে শিঙ্গৰিঘৰ, পাটঘৰ কৰি উঠিলে। অৰ্থাৎ এই নিয়ম হল, শিঙ্গৰি কাঠৰ তক্তা কৰি তক্তাৰে ঘৰ কৰে। সেই ঘৰ নানা মতে জাতিষ্কাৰ ও অলঙ্কৃত হয়। এবং দিন ধাৰ্য্য হয়, সেই দিনে ডাঙ্গৰীয়া ও অপৰ ফুকন বৰুৱা বিষয়াদি সকলো সেই সুন্দৰমতে বস্ত্ৰালঙ্কাৰ পিন্ধি উপস্থিত হব লাগে। ও ৰাজাদেও মুখ্য পটেশ্বৰী সহিত বিধি-মতে স্নানপূৰ্ব্বক বস্ত্ৰালঙ্কাৰ সহিত বিভূষিত হৈ দেওধাই ও বাইলুঙ্গ সহিত সেই ঘৰে সিংহাসনত মুখ্য পটেশ্বৰী সহিতে বহে, এবং ডাঙ্গৰীয়া ও ফুকন বৰুৱাদি ও দেওধাই বাইলুঙ্গসকল যথা নিয়মমতে বহে। সেই সময় গায়ন-বায়নসকলে গান-বাজন ও নৃত্যকীসকলে নৰ্ত্তন কৰে। ও দেওধাইসকলে ইন্দ্ৰাদি দেৱতাক আহোমমতে পূজা কৰি ও বাইলুঙ্গসকলে আহোমমতে পূজা ও স্তুতি-পাঠ-পূৰ্ব্বক ৰাজাদেওক আশীৰ্ব্বাদ কৰে। সেই সময়তে যথাসাধ্য আহোম অক্ষৰে ৰূপৰ সোনৰ মোহৰ মাৰে। তদপৰ ডাঙ্গৰীয়া প্ৰভৃতিকে ভোজন কৰায়। সকলো বিষয়া ও ডাঙ্গৰীয়াসকলো যাক যি বস্ত্ৰালঙ্কাৰ পৰিধান কৰিবৰ বিধান হৈছে, সেই মতে বস্ত্ৰালঙ্কাৰ বঁটা দিয়ে, অথচ বক্‌চিচ্-স্বৰূপ পুৰস্কাৰ দিয়ে। কিন্তু সেই সময় বস্ত্ৰালঙ্কাৰৰ বিশেষ নক্সা নাই; কেৱল বচোৱাল টঙ্গালী মূৰত পিন্ধা, গামোচাৰ মত পখৰোজ বোলে, তাকে মূৰত

শিঙ্গৰিঘৰ উৎসৱ

মেৰাই বান্ধি থয়। এই জনা ৰজাদেৱৰ দিনৰ পৰাহে শিঙ্গৰিঘৰ উঠা নিয়ম হল। ৫২ ॥

শিঙ্গৰিঘৰত উঠিলেহে মোহৰ মাৰিব পায়। মহাৰাজা অথবা ৰাজৰাজেশ্বৰ চক্রবর্ত্তী নৰপতি সংজ্ঞা হয়। এই শিঙ্গৰিঘৰ উঠাতে বস্ত্রালঙ্কাৰাদিও খাদ্যসামগ্রীতে বিপুল ধন ব্যয় হয়। এই হেতুকে নীচোক্ত কোনো ৰাজাসকলে শিঙ্গাৰ-ঘৰ নুঠাকৈও মোহৰ মাৰিছিল। যাহওক শিঙ্গৰিঘৰ ৰাজাদেও উঠিলেহে প্রতিষ্ঠিত ৰাজা হয় ও দেশদেশান্তৰে খ্যাতি হৈ যায়। এই মতে বঁটা অথচ পুৰস্কাৰ দিলেই ৰাজাদেও ও পটেশ্বৰী সিংহাসনৰ পৰা উঠি স্বগৃহে যায়, ও অন্যসকলো আপোন আপোন স্বগৃহাগত হয়। এই মতে সভা বিসর্জ্জন হয়। তদপৰ ৰাজাদেও শিঙ্গৰিঘৰ উঠি ঐ উজনি ফালৰ সীমাৰ কিছু ওচৰ হোৱাকৈ আপোনাৰ মাটিত গড় বাহৰ কৰি ৰাখিলে। পাচে কালক্রমে ১৩২৯ শকত ঐ চুডাংফা ওৰফে বামুণী কোঁৱৰ ৰাজা স্বৰ্গী হল, ভোগ নবছৰ। অষ্টম ৰাজা গত। ৫৩ ॥

আহোম মোহৰ

ঐ বামুণী কোঁৱৰ ৰাজা মৰণান্তে, এওঁৰ তিনিজন পুত্র মধ্যে চুজাংফা ১৩২৯ শকত ৰাজা হৈ পিতৃ-ৰাজ্য ভোগ কৰিলে। খেন্‌পুং বুঢ়া-গোহাঞি হল, নাংচুখাম্ বৰগোহাঞি হল। পাচে ৰাজাদেও চাৰি জনা পুত্র ৰাখি ১৩৪৪ শকত স্বৰ্গী হল, ভোগ পোন্ধৰ বছৰ। নবম ৰাজা গত। ৫৪ ॥

চুজাংফা

ঐ চুজাংফা ৰাজা মৰণান্তে এওঁৰ চাৰি জন পুত্রৰ মধ্যে চুফক্‌ফা ১৩৪৪ শকত ৰাজা হল। এই ৰাজা কেৱল পিতৃ-ৰাজ্য মাত্র ভোগ কৰিলে। এবং খেন্‌পুং নামে বুঢ়াগোহাঞি ও লাংনিম্ বৰগোহাঞি হল। এইজনা ৰাজাদেৱৰ দিনতো বৰপাত্র, বৰবৰুৱা ও বৰফুকন নাই, নহল। পাচে দুই পুত্র ৰাখি ১৩৬১ শকত চুফক্‌ফা ৰাজাদেও স্বৰ্গী হল, ভোগ সোতৰ বছৰ। দশম ৰাজা গত। ৫৫ ॥

চুফক্‌ফা

ঐ চুফক্‌ফা ৰাজা মৰণান্তে তুই পুত্ৰ মধ্যে চুচেন্‌ফা ১৩৬১ শকত ৰাজা হল। এই ৰাজাৰ দিনতো খেন্‌পুং বুঢ়াগোহাঞি ও লাংনিম্ বৰগোহাঞি হল। বৰপাত্ৰ, বৰবৰুৱা ও বৰফুকন নাই। এই জনা ৰাজাদেৱে টঙ্গচু নগাৰে ৰণ হলত নগাৰ চাং অথচ বাসস্থান সহিতে দখল কৰি ৰণ জিকিল। ঐই জনা ৰাজাদেওৰ দিনতে নাগশঙ্কৰ দেৱালয় দ'ল ১৪০২ শকত কৰিলে। পৰে ৰাজাদেও ১৪১০ শকত স্বৰ্গী হল, ভোগ ৪৯ বছৰ। একাদশ ৰাজা গত। ৫৬॥

চুচেন্‌ফা

এওঁ চুচেন্‌ফা ৰাজা মৰণান্তে, এওঁৰে পুত্ৰ চুহান্‌ফা ১৪১০ শকত ৰাজা হল। এই ৰাজাদেওৰ আমোলেও খেনপুং বুঢ়াগোহাঞি আছিল। ত্যাওকাংবান্‌ৰেকক বৰগোহাঞি পাতিলে। বৰপাত্ৰ ও বৰবৰুৱা ও বৰফুকন নহল। পাচে কছাৰী ৰজাৰ সহিতে যুদ্ধ হল। এই যুদ্ধত কাৰো পৰাজয় নোহোৱাত থাকি মিলামিলি হৈ ৰাজাদেও কছাৰী ৰাজাক ছোৱালী দি মিত্ৰ কৰাত কছাৰী ৰাজাই মৰঙ্গিলৈকে দেশ এৰি ৰাজাদেওক দিলে। ৫৭॥

চুহান্‌ফা

পুনৰ টঙ্গচু নগাৰে ৰণ হল। সেই ৰণতে ত্যাওঁকাংবান্‌ৰেক বৰগোহাঁইৰ মূৰ কাটি নগাই নিলে। পাচে নঙ্গাৰাঙ্গ বৰগোহাঞি পাতি যুদ্ধলৈ পঠালে। বৰগোহাঞি গৈ চাং গৰকি নগাক মাৰি, নগাৰে লৰা-ছোৱালী যাঠী ফয় এনে আনিলে। আৰু সেই নগাৰে গোষ্ঠী টঙ্গচু এক ঘৰ, নেফেৰা এক ঘৰ, মৌপিয়া এক ঘৰ, এই কেই ঘৰ ঘৰোৱাহীকৈ আনিলে। এবং ৰাজাদেৱৰ তিনি পুত্ৰ হৈ এবংক্ৰমে ৰাজত্ব কৰি আছিল। পৰে ঐ খেনপুং বুঢ়াগোহাঞিৰ অনুমতিৰে লান্‌তুকন্‌বান্ নামক খুন্তাই অহমে ৰাজাৰ চাঙ্গৰ চঁছ আওঁতাবলৈ গৈ ১৪১৫ শকত জোঙ্গলা বাঁহেৰে ঐ চুহান্‌ফা ৰাজাদেওক খুঁচি মাৰিলে, ভোগ পাঁচ বছৰ। দ্বাদশ ৰাজা গত। ৫৮॥

নগাৰণ

ঐ চুহান্‌ফা ৰাজা মৰণাস্তে এওঁৰ তিনি পুত্ৰ মধ্যে চুপিম্‌ফা ১৪১৫ শকত ৰাজা হল। পাচে পিতৃবধী লান্‌তুকন্‌বানক ঘৰোৱাহীকৈ শূলত দি মাৰিলে। তাৰ বংশৰ সকলো লোকক দৰিয়াত পাতিলে। এবং ঐ খেনপুং বুঢ়াগোহাঁইকো দোষস্বৰূপ দণ্ড কৰি ফন্‌লুংখাম্‌পেঙ্গক ৰাজমন্ত্ৰী বাব দি বুঢ়াগোহাঞি পাতিলে। এবং ত্যাওফংবান্‌ৰুক বৰগোহাঞি, পৰে নাতিয়েক ফ্ৰাচেংমুং বৰগোহাঞি হল। বৰপাত্ৰ, বৰবৰুৱা ও বৰফুকন নাই। ৫৯॥

চুপিম্‌ফা

আৰু এক সময়ত নগাৰ খুনবাৰে পালসেৰা কৰোঁতে চমুৱা কুঁৱৰী এজনাই ভিতৰৰ পৰা জুমি চাই আছিল। পাচে ৰাজাদেও ভিতৰলৈ অহাত, খুন্‌বাওটো বৰ ভাল মানুহ বুলি শলাগিলত, মোতকৈ নগাহে ভাল দেখিলে বুলি ৰাজাদেৱে সগৰ্ভা সেই চমুৱা কুঁৱৰীক সেই নগাৰে খুনবাওলৈ এৰি দিলে। পাচে নগা-চাঙ্গত গৈ লৰা এটি জন্মিল। পাচে ৰাজাদেও পিত্ৰাৰ্জ্জিত ৰাজ্যখনিকে ভোগ কৰি আছিল। পৰে ১৪১৯ শকত ৰাজাদেও স্বৰ্গী হল, ভোগ চাৰি বছৰ। তেৰ জন ৰাজা গত। ৬০॥

নগাচাঙ্গত চমুৱা কুঁৱৰী

তৃতীয় আধ্যা সমাপ্ত।

## চতুৰ্থ অধ্যায়

### চুহুন্মুঙৰ পৰা চুখাম্‌ফালৈকে।

এওঁ চুপিম্‌ফা ৰাজা মৰণান্তে এওঁৰে পুত্ৰ চুহুন্মুং ১৪১৯ শকত ৰাজা হল। দিহিঙৰ চৰগুৱাৰ ঐ বৰ নগৰত শিঙৰিঘৰ উঠি মোহৰ মাৰিলে। এবং কোঁৱৰৰ দিহিঙীয়া ফৈদৰ মাজত প্ৰধান ৰাজা হল দেখি এওঁকে ওপৰ-দিহিঙীয়া ৰাজাও বোলে।

চুহুন্মুং

এই ৰাজাদেৱে দিহিঙৰ মথাউৰি বন্ধালে। এবং তিপমীয়া ও চাৰিঙীয়া এই দুইখন খেল অথচ মেল পাতি আপোন বংশৰ এক এক জনক ৰাজা নাম দি ৰাখিলে। আৰু এওঁ ৰাজাদেৱৰ দিনতে ফন্‌লুংখাম্‌পেং ও থাওমংচাংৰাই ও থাওমংনাং-ধুপুৰা এই তিনি জনা ক্ৰমাত বুঢ়া-গোহাঞি হল। ফ্ৰাচেংমুং ও দদায়েক কালীখাম ও পুতেক তন্‌খাম এই তিনি জনা ক্ৰমান্বয়ে বৰগোহাঞি হল। ৬১॥

কন্‌চেং নামেৰে বৰপাত্ৰ গোহাঞি হল। এই ৰজাদেৱৰ দিনৰ পৰাহে বৰপাত্ৰ হল। আৰু এওঁ ৰজাদেৱৰ দিনৰে পৰা শকাদিত্যৰ শক চলায়। আৰু প্ৰথমে চুকাফা ৰজাদেৱে বৰাই অহা খামজাঙত থকা আইতনীয়া ও পানী-নৰাৰেই যুদ্ধ হল।

নৰা-যুদ্ধ

সিহঁত ঘাটিলত বৰকাহ, জাংফাই, নৰা-দা এইসকল দ্ৰব্যৰে পাল-সেৱা কৰি থাকিবলৈ নিবন্ধ কৰি দিলে। আৰু চুটিয়াৰ ৰাজা ধীৰনাৰায়ণ, মন্ত্ৰী কাচিতাৰা, এই দুইৰে লাক্নি কাপচিঙা ১৪২২ শকত দিখৌ নদীৰ মুখতে যুদ্ধ হল। পাচে চুটিয়া ভাগি চন্দনগিৰি পৰ্ব্বতত উঠিল গৈ। তালৈকে ঐ দিহিঙীয়া ৰাজাদেৱৰ সেনাই খেদি গল। তাৰে কিছোসেনা পৰ্ব্বত উঠাত চুটিয়াই শিল বগৰাই মাৰিলে। অৱশেষ বণুৱা সেনা পৰ্ব্বতত উঠি চুটিয়া ৰাজাৰ মন্ত্ৰী আৰু চুটিয়া ৰাজাৰো মূৰ দুটা কাটি

আনি স্বৰ্গদেৱক দেখালে। পাচে সেই মূৰ দুটাকে চৰাইদেও ও সৰগদেও এই দুই দেওধৰৰ জখলাৰ মূৰতে পুতি তাৰ ওপৰত শিল দিলে। সেই শিলতে ভৰি দি দেওঘৰলৈ ৰাজাদেওসকল উঠে। ৬২ ॥

এই ৰণ জিত হৈ চুটিয়া দেশ আক্ৰমণ অথচ দখল কৰি হাতী, ঘোৰা, সোন ও ৰূপ, অস্ত্ৰ-শস্ত্ৰ অনেক দ্ৰব্য পালে। আৰু সোনৰ হাথী, ও সোনৰ মেকুৰী, ও জৰা ও বেলা, ও মাইহাঙ্গ, ও সোনোৱালী তিনিচুকীয়া সিংহাসন ও খাত এই-সকল দ্ৰব্য পাই সৰগদেও-ঘৰলৈ উৎসৰ্গি দিলে। আৰো তলে কেকোৰা-দোলা, আৰোৱান, ও দবা, ও কালি, ও ছিলৈ-তোলা চ'ৰানাও এইসকল দ্ৰব্য পাই ৰাজা ও ডাঙ্গৰীয়াসকলে বেৱহাৰৰ জন্যে ললে। আৰু শদিয়াৰ দেওঘৰত মানুহ নিবন্ধি কৰি দি শদিয়াখোৱা নামে বিষয় নিবন্ধ কৰি বুঢ়াগোহাঞিং বংশৰ শদিয়াখোৱা পাতিলে। পৰে চুটিয়া ৰাজাৰ পো-ভাই সহিতে চুটিয়াক পাকৰিগুৰিত পাতিলে অথচ বসত কৰালে। ৬৩ ॥

চুটিয়া দেশ দখল

পাচে লাক্লি কাতকেউ ১৪২৭ শকত বাৰভূঞাক ধৰালে অথচ বসঙ্গত কৰিলে। বাৰেভূঞাৰ অৰ্থ এই, তেওঁলোক এক ৰকম হিন্দু। সময় সময় দেশত ৰাজা নাইকিয়া অথবা ৰাজা থাকা সময়তো তেওঁলোকে ৪, ৫, ১০, ১২ গ্ৰাম অথবা ততোধিক গাৱঁৰ অধিপতি আপুন একাৰে হৈ দখল কৰে। সময় মতে স্বাধীনমত হৈ কোনো কোনো সময় ৰাজাৰ অধীন হৈ, সেই সেই গ্ৰামৰ কৰকটল দিয়ে ; ইয়াকে 'বাৰেভূঞা বোলে। ৬৪ ॥

বাৰভূঞা

ঐ বাৰভূঞাক ৰাজাদেৱে বসঙ্গত অথচ অধীন কৰি তেওঁলোকৰ বচোৱাল, টঙ্গালী ও হাঁচটি এইসকল দ্ৰব্যৰ আদৰ্শ ললে। আৰু সিহঁতৰ লৰা কিছো সৰ্গদেৱে তামূলী ও পাঁচনিকৈ লগত ললে। আৰু ফ্ৰাচেংমুঙ্গক ৰাজমন্ত্ৰী বাব সহিতে বৰগোহাঞি পাতিলে। ঐ বৰগোহাঞি ডাঙৰীয়াই ঐ তলে

আহোম সভাত ভূঞাৰ সাজ

কেকোৰা-দোলাকে লুটিয়াই, ওপৰে কেকোৰা মাৰি দি তলে কাপোৰৰ পৰ্হি ও নালৰ পৰা ছুটিকৈ ঢেঁকৰ দাপণ লগাই নক্সা লৰাই কেকোৰা-দোলা কৰিলে। আৰু ১৪৫৮ শকত নগা জিনি মহঙ্গৰ লোন-পুং ললে। ৬৫ ॥

আৰু সর্গদেৱে ওপৰ কেই জনা ৰাজাদেৱৰ যি যি কোঁৱৰসকল আছিল, সেইসকলক পৃথক পৃথক শ্রেণী, ফৈদ ফৈদ কৰি দিহিঙ্গ, ও চাৰিঙ্গ, ও তিপাম, ও তুংখাং এই সকল ঠাইত পাতিলে। পাচে সেই সেই ঠাইৰ নামেৰেই ফৈদৰ নাম হল। আৰু নাম ভেদ কৰি ফুকন ও ৰাজখোৱা পাতি গাওঁ দিলে। আৰু বকতাত নগৰ কৰিলে। অতঃপ্পৰ মৰঙ্গিতে কছাৰীৰে যুদ্ধ হল। ৰণত কছাৰী ঘাটি ডেমেৰা খাচপুৰলৈ ভাগি গল। কাঁজলী-মুখলৈকে স্বর্গদেৱৰ অধীন দেশ হল। ৬৬ ॥

চাৰি ঘৰ ৰাজফৈদ

পাচে দিল্লীৰ বাদসাহৰ তৰফ তুৰ্ব্বক সহিতে কলিয়াবৰতে প্রধান যুদ্ধ হল। এই ৰণতে ৰাজাদেৱৰ ফন্‌লুংখাম্‌পেং বুঢ়াগোহাঞি ও ফ্ৰাচেংমুং বৰগোহাঞি সহিতে আঠখন হেঙ্গদানৰ আঠজনা সেনাপতি সেনা সহিতে পৰিল। পাচে ত্যাওচাংৰাই বুঢ়াগোহাঞি ও কিলিংখাম্ বৰগোহাঞি এই দুই জনা ডাঙ্গৰীয়াক সেই ৰণলৈ পঠালে। কিন্তু শত্রুপক্ষৰে মিলিব খোজে হেন শুনি দুয়ো জনাক আনি অথচ তলবপূর্ব্বক নিয়াই ডাঙ্গৰীয়া ভাঙ্গি, লাঙ্গিধুপুৰাকে বুঢ়াগোহাঞি পাতিলে ও তন্‌খামক বৰগোহাঞি পাতিলে। ৬৭ ॥

তুৰ্ব্বকৰ সৈতে ৰণ

ইতঃপূর্ব্বে প্রকাশ হৈ আছে, পুনঃ লিখা গল।—পূর্ব্বে এক সময়ত চুপিম্‌ফা ৰাজাদেৱক নগাৰ খুন্‌বাৰে পালসেৱা কৰোতে চমুৱা কুঁৱৰী এজনাই ভিতৰ ফালৰ পৰা জুমি চাই থাকি খুন্‌বাওক ভাল দেখি ৰজাদেও ভিতৰলৈ আহিলত, খুন্‌বাওটো ভাল মানুহ বুলি ৰাজাদেৱৰ আগত শলাগিলত মোতকৈও নগাক্হে ভাল দেখিলে বুলি ৰাজাদেৱে সগৰ্ভা সেই চমুৱা কুঁৱৰীক সেই নগাৰ

কন্‌চেং বৰপাত্র

খুন্‌বাওলৈকে দিলে। পাচে নগা-চাঙ্গত গৈ লৰা এটি জন্মিল। সেই লৰাই পালসেৱাত অগাত কথোপকথনত ঐ চমুৱা কুঁৱৰীৰ গৰ্ভত যোৱা লৰা বুলি জনাজনি হলত, এই জনা ৰাজাদেৱে পিতৃ-বীৰ্য্য দোখ বিচাৰপূৰ্ব্বক ৰাখি আচল কুঁৱৰীৰ সন্তান নহয় কাৰণে সেই লৰাটিকে কন্‌চেং নাম দি বৰপাত্ৰ-গোহাঞিঃ ডাঙ্গৰীয়া পাতিলে। এই কাৰণে নগা-বৰপাত্ৰৰ ঘৰ বোলে। এবং তেতিয়াৰ পৰা বৰপাত্ৰ-গোহাঁয়ে সহিতে তিনি জনা ডাঙ্গৰীয়া হল। ৬৮॥

তুৰ্ব্বকৰ পৰাজয়

পাচে তুৰ্ব্বকৰ সেই ৰণলৈকে ঐ কন্‌চেং বৰপাত্ৰ-গোহাঞিঃ ও ঐ তন্‌খাম্ বৰগোহাঞিঃ দুয়ো সৰ্গদেৱৰ আজ্ঞাৰে ডেকাৰজা সহিতে গৈ তুৰ্ব্বকক মাৰি খেদি নি কৰতোয়া নদীত অস্ত্ৰ ধুই তাতে ১৪৫৪ শকত সীমা পাতি দৌল ও পুখুৰী কৰি চিন ৰাখিলে। ঐ দৌল ও পুখুৰী অদ্যাপিও থাকিব পায়। এই আপাহতে থাকি কন্‌চেং বৰপাত্ৰ-গোহাঞিক ৰাজ-মন্ত্ৰী পাতিলে। আৰু এই ৰণ জিকি অস্ত্ৰ-শস্ত্ৰ, বম, বৰটোপ ও হাতী ঘোৰা অনেক দ্ৰব্য পালে। পাচে হাজাৰ ফৌজে সহিতে ভৰাঁলী চেটিয়াক পত্ৰ-সন্দেশ দি গৌড় বাদ্‌সাহৰ ঠাইলৈ প্ৰীতিৰ নিমিত্তে পঠালে। বাদ্‌সাহে পূৰ্ব্বাপৰ কথাবাৰ্ত্তা সুধি পত্ৰ-সন্দেশ দি পঠালে। তাৰে পৰা গৌড় বাদ্‌সাহেৰ প্ৰীতি হল। পাচে কোঁচানৰ অথচ কোঁচবেহাৰৰ বিশ্বসিংহ ৰাজা, ঐ বিশ্বসিংহ ৰাজা কোন বংশ-সম্ভূত তদবিৱৰণ সংক্ষেপ মতে লিখা গল। ৬৯॥

বিশ্বসিংহৰ বংশ

কোঁচবেহাৰত হাড়িয়া নামে এক জন কছাৰী আছিল। তেওঁৰে হীৰা ও জীৰা নামৰে দুইটি স্ত্ৰী আছিল। ঐ হাড়িয়া কছাৰী পৰ্ব্বতত কপাহ খেতি কাৰণ নিত্যে প্ৰাতসে যাই কোদাল পাৰে। দুপ্ৰহৰ সময় হলে, ঐ দুই স্ত্ৰী মধ্যে হীৰা বা জীৰা এটা চৰুৰ মধ্যে পঁইতা ভাত, মদ্য, মাংস লৈ ঐ পৰ্ব্বতে যাই দিয়ে। তাকে ভোজন কৰে, এবং স্ত্ৰী ভাণ্ড লৈ গুচি ঘৰলৈ আহে। হাড়িয়া পৰ্ব্বতত কোদাল পাৰি থাকে। সন্ধ্যা সময় আপোন ঘৰে আহে। ৭০॥

একদিন হীৰা ঐ মত পঁইতা ভাত, পোৰামাছ, মদ মূৰতকৈ গৈছিল। মধ্যে বাটতে ঈশ্বৰ মহাদেৱ ঐ হাড়িয়াৰ ৰূপ ধৰি, এক গছৰ তলে আছে। হীৰা যাই আপোন স্বামী হেন জানি তেওঁকে ঐ খাবৰ সামগ্ৰী দিয়াত ভোজন কৰিলে। তদপৰ ঐ হীৰা সহিত কামকৌতুক শৃঙ্গাৰ কৰি গল। ও হীৰাও ভাণ্ড লৈ আপোন গৃহে গল। কিন্তু হাড়িয়া দুই প্ৰহৰ সময় মদ্য ভাত নাপাই ক্ষুধাতুৰ হৈ আপোন পত্নীৰ প্ৰতি অত্যন্ত ক্ৰোধ হল। কিছোক্ষণ কোদাল পাৰি পৰ্ব্বতে আছিল। পৰে ক্ষুধাতে আতুৰ হৈ আপোন গৃহে দুই ভাৰ্য্যাক অনেক তৰ্জ্জন-গৰ্জ্জন কৰিলে। পৰে হীৰা নাম্নী স্ত্ৰী উপস্থিত হৈ কলে, "অমুক গছৰ তলে তুমি বহি আছিলা। মই মদ, ভাত লৈ যাওঁতে তাতে বহি খালা, আৰু মোৰ সহিতে সম্ভোগো কৰিলা। এতিয়া কিয় মিছা মাতা ?" এই মত কোৱাতে হাড়িয়া অত্যন্ত কোপিত হৈ কোনোবা লোকৰ সহিত সম্ভোগ কৰিলি বুলি মাৰিবৰ জন্যে খেদি গল। তদপৰ হীৰা পতিৰ ক্ৰোধ দেখি পলাই স্থানান্তৰ হল। ৭১ ॥

মহাদেৱৰ মোহ

ইতিমধ্যে সন্ধ্যা সময় হোৱাতে হাড়িয়া মনত দুখেৰে ৰাতি শয়ন কৰি থাকিল। নিদ্ৰা অহাতে ঈশ্বৰ মহাদেৱ সপনত দেখা দি কলে, "মই মহাদেৱ, তোৰ ভাৰ্য্যা হীৰাই মদ্য, মাংস ও ভাত লৈ গৈছিল। অমুক গছৰ তলে তোৰ ৰূপ ধৰি মই খালোঁ ; আৰু তোমাৰ ভাৰ্য্যাকো ৰমণ কৰিছোঁ। তাইৰ গৰ্ভত লৰা এটি জন্ম হব। সেই বাহুবলী ৰাজা হব। তই তোৰ ভাৰ্য্যাক ঈৰ্ষা নকৰিবি।" এই বুলি মহাদেৱ অন্তৰ্ধ্যান হল। হাড়িয়াও এই কথা নিশ্চয় জানি ঈৰ্ষা পৰিত্যাগপূৰ্ব্বক প্ৰাতঃকালে বিচাৰি হীৰাক আপোন ঘৰে আনিলে। ৭২ ॥

হাড়িয়াৰ সপোন

পাচে কালক্ৰমে প্ৰসব হৈ লৰা এটি জন্মিল। সেই সময় অনেক সুমঙ্গল বাদ্য-ভাণ্ড হৈছিল। সেই বালকৰ নাম বিহু ৰাখিলে। তদপৰ হাড়িয়া মণ্ডল হল। এই কাৰণে হাড়িয়া-মণ্ডল বোলে। অতঃপৰ ঐ বিহু ক্ৰমে কৌমাৰ কাল

বিশ্বসিংহৰ জন্ম

প্ৰবেশ হোৱাত গৰু চৰিবৰ কাৰণে গোৰক্ষক হৈ অল্প কালৰ মধ্যে বৰগৰখীয়া নাম খ্যাত হল। তাহাৰ পৰ মণ্ডল, এবং তদপৰ কয়েক গ্ৰামৰ অধিপতি, ও তদপৰ দেশাধিপতি হৈ বিশ্বসিংহ নামে ৰজা খ্যাত হল। ৭৩॥

বিশ্বসিংহৰ অসম আক্ৰমণ

সেই বিশ্বসিংহ ৰাজা আসাম দেশখন লবৰ মনেৰে কিছু সৈন্য-সামন্ত সহিতে নৌকাপথে গৈ শিঙৰি পৰ্ব্বত পালে। এনেতে খাবৰ সামগ্ৰী টুকুৰাত হুঁহুঁকি আপোন ৰাজ্য বেহাৰলৈ গল। কিন্তু মনে মনে আসাম-ৰাজা কোপিত হৈছে বুলি কটকী পঠাই প্ৰীতিপূৰ্ব্বক আশ্ৰিত হল। সৰ্গদেৱে মোৰ স্থাপিত হল বুলি হাতী হেঙ্গদান্ দি ৰাজ-মৰ্য্যদা দিলে। তদপৰ কছাৰী ৰাজাই ডেকাৰজাক পঠাই ৰাজাদেওক বৰিল। কলঙ্গ নদীকে সীমা কৰি বছৰি পাঁচোটা ঘোৰা শোধাবলৈ নিবন্ধ কৰিলে। ৭৪॥

হাতী-ঘাঁহী মৰিয়া

পাচে তুৰ্ব্বকৰ ৰণ জিকি অনা সেনাখনিক হাতী-ঘাঁহী কৰি দিলে। কিন্তু হাতীৰ নেজৰ ফালে ঘাঁহ দিয়াত, নাজানে বুলি খাতত দিলে। তাতো নিলগৰ পৰা বোকা আনি কঠিয়াৰ গুৰিত দিয়াত, একো নাজানে বুলি আদানী কৰি ধনী কৰিলে। ইহঁতক ইদানীক মৰিয়া বোলে। ৭৫॥

স্বৰ্গনাৰায়ণৰ মৃত্যু

হিন্দুমতে এওঁ ৰাজাকে স্বৰ্গনাৰায়ণ বোলে। এওঁৰ দিনতে কমতেশ্বৰে কোনো সংশয়াপন্ন হৈ স্বাধিপত্য ছাৰি কছাৰী দেশ সোমালগৈ। আৰু এই চুহুম্মুং দিহিঙ্গীয়া ৰাজাৰ পুতেক চাৰি জনা, বৰপুত্ৰ চুক্লেন্, এৱেঁই ডেকা-ৰজা; সৰু দেওঁৰাজা চুৰেং, এৱেঁই ঐ চাৰিঙ্গীয়া মেলৰ ৰাজা; তুপৰাজা চুখ্ৰেং, এৱেঁই ঐ তিপমীয়া মেলৰ ৰাজা; আৰু চুডেং নামে সৰুজনা। পাচে কালক্ৰমে, বৰপুত্ৰ চুক্লেন্ ডেকাৰাজাৰে ঘাই ৰাজাৰে বিৰোধ হল। পাচে ডেকাৰজাই ৰহস্যে ডাঙৰীয়াসকলক বশ কৰি লৈ, লোহেতীয়া লিগিৰাক বুদ্ধি দি ১৪৬১ শকত ৰাতি দিহিঙ্গীয়া

ৰাজাদেৱৰ প্ৰাণ বিয়োগ কৰিলে, ভোগ ৪২. বছৰ। চৌধ জন ৰাজা গত। এই ৰাজা প্ৰধান বুদ্ধিৱন্ত বাহুবলী আছিল। ৭৬ ॥

ঐ দিহিঙ্গীয়া ৰাজা মৰণান্তে এওঁৰ পুত্ৰ ঐ চুক্লেন্ ডেকাৰজা ১৪৬১ শকত ৰাজা হৈ গড়গাৱঁত নগৰ কৰি শিঙ্গৰিঘৰ উঠি চক্লেনমুং নাম ললে। হিন্দুমতে এৱেঁই গড়গঞা ৰাজা। পাচে স্বৰ্গদেৱে ভিতৰতে চোমদেও ও লক্ষ্মী-নাৰায়ণ দুয়ো দেৱতা হল দেখি ৰাজত বৰদুৱাৰৰ ভিতৰতে দেৱালয় পতা দৰে ঘৰ কৰি চোমদেৱক ৰাজলৈ নি দেৱতাৰ পৰে-পালীয়ে থাকিবলৈ ডাঙ্গৰীয়া-সকলৰ লৰা-লুৰিকে অৰ্থাৎ গোহাঞি চেটিয়া দিলে। প্ৰথমে ডাঙ্গৰীয়া-সকলেই দিনচাৰেক পৰ দিছিলে। সেই হেতুকে ছঠাই-চ'ৰা কৰিলে ও নগা-আলি বন্ধালে। আৰু এওঁ ৰাজাৰ দিনত নাজান বুঢ়াগোহাঞি হল। তদপৰ নাপেতত্যাওফ্ৰংডাম্, তাৰ পাচত আইখেক বুঢ়াগোহাঞি হল। এবং এই বুঢ়াগোহাঞি আইখেক ৰাজমন্ত্ৰীও বাব পালে। এবং ফ্ৰাচেংমুং বৰগোহাঞিৰ দদায়েক কালীথাম্ বৰগোহাঞি হল। তদপৰ তৎপুত্ৰ তন্‌থাম্ বৰগোহাঞিও ৰাজমন্ত্ৰী হল। ও কন্‌চেং বৰপাত্ৰ-গোহাঞিৰ পুত্ৰ কন্‌জাং বৰপাত্ৰ-গোহাঞি হল। এওঁ ৰাজা সাধাৰণমতে ৰাজত্তি কৰি দুই পুত্ৰ ৰাখি ১৪৭৪ শকত স্বৰ্গী হল, ভোগ ১৩ বছৰ। পোন্ধৰ জন ৰাজা গত। ৭৭ ॥

গড়গঞা ৰজা

ঐ ৰাজা মৰণান্তে এওঁৰ দুই পুত্ৰ মধ্যে চুখাম্‌ফা ১৪৭৪ শকত ৰাজা হল। হাতীয়েৰে ফুৰাত ভৰি এটাত পূৰ্ব্বৰে দুখ পোৱা আছিল। সেই হেতুকে এওঁকে খোৰা-ৰাজাও বোলে। এওঁ ৰাজাৰে সোনাৰিৰ জীয়ৰী সৰুমেচ্‌লৌ, বৰমেচ্‌লৌ দুজনা কুঁৱৰী আছিল। ঐ দুই জনা কুঁৱৰীয়ে সোনাৰিৰ লৰা নাহৰক দুয়ো কুঁৱৰীয়ে পো বোলাত নাহৰে কুঁৱৰীত বলেৰে তাৰ নামে আলি, ও পুখুৰী কৰি আনো অনেক শকতালি কাম-কাজ কৰিবলৈ ধৰিলে। এক দিন কুঁৱৰীইঁতে ৰাজাত কলে, বোলে আমাৰ বঙ্গহ অথচ বংশ সবহু, তোমাৰ বঙ্গহহে নাই। এনে বোলাত ৰাজাদেৱে ভাবিলে,

খোৰা-ৰজা

মোৰ বঙ্গহ নাই হেন বুলি তোলনীয়া লৰা নাহৰলৈহে টানিছে। এনে ভাবি পৰ দিনা ৰাজাদেৱে আপুনি ফুৰি যাকে ভাল পালে, তাকে আনি বঙ্গহ বুলি সোনোৱালী হিলৈ দি লগত ললে। ৭৮ ॥

পাচে ৰাজাত অনুমতি লৈ ডাঙ্গৰীয়াসকলে নাহৰক মাৰিলে। আমাৰ লৰা মাৰিলে বুলি নাহৰৰ বেজাৰত দুয়োজনা কুঁৱৰী আপোনা-আপুনি কটাৰী হানি মৰিল। এওঁ ৰাজাদেৱৰ দিনত কন্‌খাম্ ও চাওপেত বুঢ়াগোহাঞি হল। ও তন্‌খাম্ ও খাম্‌পাত বৰগোহাঞি হল। ও কন্‌জাং ও বলিয়া বৰপাত্র হল। এই জনা বুঢ়াগোহাঞে কেকোৰা-দোলাৰ নক্সা লৰাই ওপৰে চালি মাৰি পোনাই দি টেঁকৰ দীঘলাই পহিচাঙ্গী নাম দি চ'ৰাৰ ফুকন কেই জনাক দিয়ালে। ৭৯ ॥

আপোনঘাতী কুঁৱৰী

পাচে মানৰ অপদ্রৱত থাকি নবা দেশৰ ৰাজা আহি নামৰূপত থাকি, "ভাই ৰাজা কিছো অনুকূল কৰক" বুলি কৈ পঠালে। পাচে স্বৰ্গদেৱে অতি সমাদৰ-পূৰ্ব্বক সোধ-পোছ কৰাত, নবা-ৰাজাৰ বৰ প্ৰীতি হুই, আপোনাৰ বৰগোহাঁইৰ জীয়েকক অনেক যৌতক সহিতে ৰাজাদেৱলৈ দিলে। যৌতকত অহা মানুহ নবা কোঁৱৰ, ও নবা বাইলুং, ও নবা মানুহ ১০০০ এক হাজাৰ, এই-খিনি পালে। আৰু এওঁ ৰাজাদেৱেই বিশ্বনাথৰ উজান খণ্ডত সলাল-পাট নামে দেশ নিবন্ধ কৰি বৰগোহাঞি-পৰীয়া মাহুৰিয়াল ফৈদৰ লেচাইদাং গোহাঞিক সলাল গোহাঞি পাতিলে। তাৰে পৰাহে সলাল গোহাঞি হল। ৮০ ॥

নবাব-জীয়ৰী অসম কুঁৱৰী

আৰু পূৰ্ব্বে কোঁচবেহাৰৰ বিশ্বসিংহ ৰাজা আশ্রয় লোৱাৰে পৰা বছৰি মানুহ পঠাই প্রীতিৰে দ্রব্যজাত দি আছিল। পৰে সেয়ে কম হবৰে দেখি অৱহেলা হেন বুজি সুধি পঠালত লাজ পাই অসমৰ কৰতলীয়া নাম গুচাও বুলি যুদ্ধৰ আয়োজন কৰি ব্রহ্মপুত্র নদীত নাৱেদি উজাই গৈ পুনৰ শিঙ্গৰি পৰ্ব্বত

অসম আক্রমণৰ আয়োজন

পালে। এনেতে সৈন্যসকলৰ খাবৰ সামগ্ৰী টুকালত হুঁইকি আপোন দেশ কোঁচবেহাৰলৈ গল ৮১॥

এনেতে বিশ্বসিংহ ৰাজা নৰিয়া পৰি ক্ৰমে অতি শক্ত হৈ উঠিল। পাচে বিশ্বসিংহ ৰাজা তেওঁৰ বাৰ জন পুত্ৰক মতাই আনি কলে বোলে, আসাম দেশ-খন সোনৰ থান, আৰু কৰতলী এনে নামটিও আছিল। সেই হেতুকে মই কৰতলীয়া নামটি গুচাই দেশ লবৰ মনেৰে সৈন্য সহিতে গৈছিলো; কিন্তু খাবৰ সামগ্ৰী টুকালত ফিৰি আহিলোঁ। মোৰ দেশখন লবৰ অত্যন্ত মন আছিল। এতিয়া মই নৰিয়া পৰিলোঁ। ভাল যে হম এনে ভাৰসা নাই। এতেকে তহঁত যদি মোৰ পুত্ৰ হ' এই দেশখন লবি। আৰু মই নৰিয়া পৰিছোঁ। মই অবিহনে তহঁত ভাই-ভাই দন্দ কৰিবি। এই হেতুকে মই যাক যি লাগে দিও। ৮২॥

বিশ্বসিংহৰ অন্তিম বাণী

আপোন ইচ্ছা মতে ল, এই বুলি ১২টা টোপোলা গোপনে বান্ধি থৈ আগত দিলে, মেলি চাহক। এনে বোলাতে প্ৰথম পুত্ৰ নৰনাৰায়ণে মেলি চোৰাত এডোখৰি মাটি পালে। তেওঁত কলে, তুমি পৃথিবীৰ অধিপতি হবা। দ্বিতীয় পুত্ৰ চিলাৰায়ে টোপোলা মেলাতে লোহা এক খণ্ড পালে। তেওঁত কলে, তুমি অস্ত্ৰ-শস্ত্ৰৰ অধিপতি সেনাপতি হবা। তৃতীয় পুত্ৰ নৰসিংহ টোপোলাত একখণ্ড সোন পালে। তেওঁত কলে, উত্তৰে ভোটৰ দেশত ৰাজত্তি কৰিবা। এবং প্ৰকাৰ অন্যান্য পুত্ৰসকল যিমতে পালে সেই-মতে ব্যৱস্থা দিলে। পাচে বিশ্বসিংহ ৰাজা মৃত্যু হলত প্ৰথম পুত্ৰ নৰ-নাৰায়ণ ৰাজা হল, ও চিলাৰায় সেনাধক্ষ সেনাপতি হল। ৮৩॥

ভাগ্য-পৰীক্ষা

পাচে পিতৃ-আজ্ঞামতে আসাম দেশ লবৰ যুক্তি কৰি স্থলপথে সৈন্যসামন্ত সহিত যাবৰ স্থিৰ হল। এবং সৰু ভায়েক গোহাঞি-কমলক ভোটৰ সীমাইদি হাবুং পৰ্য্যন্ত আলি অথচ ৰাস্তা কৰিব দিলে। সেই অনুসাৰেই গোহাঞি-কমলে আলি কৰিলে। সেই আলিয়েদি নৰনাৰায়ণ ৰাজা ও চিলাৰায়

পিতৃ-আজ্ঞা পালন

সৈন্যসামন্ত সহিতে ১৪৮৪ শকত হাবুঙ্গত ওলাই খোৰা-ৰাজাদেৱৰ সৈন্য সহিতে যুদ্ধ হলত ৰাজাদেৱৰ সৈন্য যুদ্ধত পৰাজয় হৈ ভাগিল। ৮৪ ॥

পাচে ৰাজাদেৱে কোঁচ ৰজাই বামুণ যুদ্ধত নামাৰে হেন জানি অনেক শূদ্ৰক লগুণ পিন্ধাই গৰুত তুলি যুদ্ধ কৰিবৰ পঠালে। বামুণ দেখি চিলাৰায়ে হুঁইকি গল। শূদ্ৰসকলে লগুণ লৈ যোৱা সকলো গল। কিন্তু তাৰ মধ্যে কতো কতোৰ লগুণ গুচালে, কেতবোৰ থাকিল। অদ্যাপিয়ো হাবুঙ্গীয়া শূদ্ৰই বামুণ হোৱা বুলি হীনতা কৰে। ৮৫ ॥

ন বামুণ

পাচে স্বৰ্গদেৱে এইৰূপ ছল কৰিলে বুলি চিলাৰায়ে শুনি পুনৰ ১৪৮৫ শকত যুদ্ধলৈ উদ্যম হৈ যোৱাত স্বৰ্গদেৱৰ দেওৰাজা চুৰেং সহিতে প্ৰধান যুদ্ধ হল। দুয়ো সমানে যোদ্ধা, কাৰো পৰাজয় নাই। পাচে একদিনা গা ধোৱা সময়ত দেও-ৰাজাৰ ঔষধৰ যন্ত্ৰৰ বিৰি ডিঙ্গিৰ পৰা খহাই থোৱাৰ পৰা চিলনীয়ে থাপ্ মাৰি নি চিলাৰাইৰ ফৌজৰ মাজত পেলাই দিলে। দেওৰাজাই শুনি ঈশ্বৰৰ নিগ্ৰহ হল বুলি মৈদাম কৰি অথচ চাৰিঙ্গলৈ গৈ মৈদাম কৰি লগৰ মানুহে সৈতে আপুনি মৈদামত সোমাল। খোৰা-ৰাজাদেও ভাগি পৰ্ব্বত উঠিল। ৮৬ ॥

দেওৰজাৰ পতন

এনে সময়তে কান্যকুব্জ দেশৰ সূৰ্য্যবিপ্ৰ ব্ৰাহ্মণ দৈত্যাৰি, ওৰফে সূৰ্য্যবৰ দৈবজ্ঞ, পশুৰাম কুণ্ডত স্নান কৰিবৰ অহাত কলিয়াবৰৰ চকীত ধৰা পৰিলত, তেতিয়া পানীসিয়া নামক বিষয়হে আছিল, বৰফুকন নাই। বৰগোহাঞি প্ৰভিতি সোধাত, দৈবজ্ঞ বোলে কান্যকুব্জ দেশৰ পৰা পশুৰাম কুণ্ডত স্নান কৰিব আহিছোঁ ; দৈবজ্ঞ কি বুলি সোধাত, সূৰ্য্যবিপ্ৰ ব্ৰাহ্মণ ভূত-ভবিষ্য-বৰ্ত্তমান গণনা কৰি কব পাৰো বুলি কোৱাতে তেতিয়া সুধিলে, ভাল, নৰনাৰায়ণ ৰাজা আমাৰ দেশ লৈছে পুনৰ ৰাজাদেৱে দেশ পাবকি নাপাব ? সোধাত গণণা কৰি কলে, অমুক মাহ তাৰিখে আপোনা-আপুনি দেশ এৰি দি-

সূৰ্য্যবৰ দৈবজ্ঞ

যাব বুলি ঠিক কৰি কলে সেই কাৰণে স্বৰ্গদেৱৰ পাশ পঠাই দিয়াত ৰাজাদেৱে সোধাত সেই মতে কলল। পাচে সেই কাল পৰ্য্যন্ত লগতে ৰাখিলে। ৮৭॥

পৰে ৰাজাদেৱে দেশ এৰি দিবৰ নিমিত্তে প্ৰীতিৰে চিলাৰায়লৈ কৈ পঠালে। চিলাৰায়ে কৈ পঠালে, ৰাজাৰ পৱন নামে হাতী আৰু বাখৰ-পতা তৰোৱাল আৰু পাত্ৰ-মন্ত্ৰী সকলোৰে লৰা একোটা তুলি দি বৰে যদি দেশ এৰি দি যাম। পাচে ৰজাদেৱে এই কথাতে পৱন নামে হাতী, ও তৰোৱাল, ও চুগম কোঁৱৰ, ও বৰগোহাঞিৰ ভতিজাক আপচু গোহাঁইকে মুখ্য কৰি সকলোৰে ঘৰৰ লৰা একোটি দিলত চিলাৰায়ে ৰাজাদেৱক দেশ এৰি দি আপোন দেশ কোঁচবেহাৰে গল। এই আপচু গোহাঁই দেখিবলৈ বৰ সুন্দৰ আছিল দেখি ভাটীৰ সকলো লোকে সোন্দৰ গোহাঁই বুলিলে। পাচে খোৰা-ৰাজাদেৱে নগৰ ললে। লগত যোৱা মানুহক বঁটা-বাহন ও বৃত্তি-বিধান দিলে। ৮৮ ॥

কোঁচলৈ প্ৰীতি-সম্ভাষণ

এবং দ্ৰেকাণ ঘটোৱা দৈবজ্ঞ সূৰ্য্যবৰক সোনৰ লগুণ ও সোনৰ মুখ দিলে, এই কাৰণে সোনামুৱা ঘৰ বোলে। আৰু সেই কালতে তাবলুঙীয়া নগাই আপাহ কৰাত শুকটী খাবলৈ বিল ও ডোমৰ হতীয়া ঐ নগাক দিলে। আৰু ৰাজাদেৱে সোনাপুৰ নামে নগৰ কৰিলে। পাচে তিনি পুত্ৰ ৰাখি ১৫৩৩ শকত খোৰা-ৰাজাদেও স্বৰ্গী হল, ভোগ ৫৯ বৎসৰ। ১৬ জনা ৰজা গৰ্ভ। অথচ চতুৰ্থ আধ্যা সমাপ্ত। ৮৯ ॥

সোনামুৱা দৈবজ্ঞৰ ঘৰ

# পঞ্চম অধ্যায়



## স্বৰ্গদেৱ প্ৰতাপসিংহ বুদ্ধিস্বৰ্গনাৰায়ণ।

ঐ খোৰা-ৰাজাদেও মৰণান্তে এওঁৰ তিনি পুত্ৰৰ মধ্যে চুচেংফা ১৫৩৩ শকত ৰাজা হল। বুঢ়া কালত ৰাজা হল দেখি এওঁকে বুঢ়া-ৰাজাও বোলে। আৰু এওঁ ৰাজা মহা বুদ্ধিমন্ত আছিল দেখি হিন্দুমতে এওঁকে বুদ্ধিস্বৰ্গনাৰায়ণো বুলিছিলে। আৰু অতি প্ৰতাপী আছিল সেহেতু প্ৰতাপনাৰায়ণো বোলে। এই ৰাজাৰ দিনতে থক্বক্ বুঢ়াগোহাঞি ও ক্ৰমে শুকুলাহুহু বুঢ়াগোহাঞি হল। খামপেত্ ১, চেংমুন্-মুনিয়াদতা ২, খাম্চিন্ ৩, গুইমেলা ৪, বেকা ৫, পৰ্ব্বতীয়া সৰুবুঢ়া ৬, পিলিঙ্গা ৭, তেওঁক ভাঙ্গি পুনৰ ঐ সৰুবুঢ়া ১, এই ৮ জনা বৰগোহাঞি হল। ওলেযোৱা বৰপাত্ৰ-গোহাঞি হল। এওঁৰ পাচত মৰাণৰ লাকু বৰপাত্ৰ হল। ক্ৰমে কন্-জাং, ও বলিয়া, ওলেযোৱা, ও মৰাণৰ লাকু বৰপাত্ৰ হল। আৰু থক্-বক্ বুঢ়াগোহাঞি প্ৰথমে ৰাজমন্ত্ৰী হল। এওঁৰ পাচতে লাকু বৰপাত্ৰ ৰাজমন্ত্ৰী হল। এওঁ ৰাজাদেৱেই প্ৰথমে পৰ্ব্বতত নগৰ ও পুখুৰী কৰি শিঙ্গৰিঘৰত উঠিল। তালৈকে গড়গাৱঁৰে পৰা আলি বন্ধালে। পৰে আঙ্গৰাত বাহৰ এবং তাওকাকত নগৰ ও পুখুৰী কৰিলে, ও দলোগুৰিতো বাহৰ কৰিলে। আৰু মহঙ্গৰে পৰা পৰ্ব্বতলৈ গড় বঢ়াই মূৰকটা কাটত লগালেনি। এবং চিনাতলিতো গড় বন্ধালে। আৰু পৰ্ব্বতৰে পৰা লুইতলৈকে টিয়কৰ কটাবীখানৰ গড় বন্ধালে। ৯০॥

প্ৰতাপসিংহৰ ৰাজ্য গঠন

পাচে কোঁচবেহাৰৰ নৰনাৰায়ণ ৰাজাই দিল্লীৰ বাদ্‌সা সহিত যুদ্ধ কৰিছিল। সেই যুদ্ধতে চিলাৰায় সেনাপতিক কএদ কৰি ৰাখিলে।

চিলাৰায় বন্দী

ককায়েক নৰনাৰায়ণ ৰাজা পৰাস্ত হৈ স্বদেশলৈ আহি ভায়েক চিলাৰায়ৰ নিমিত্তে দুখতি হৈ মুকলি হৈ আহিবৰ কাৰণে অনেক পাঠ, স্বস্ত্যয়ন, দৈবিক কৰ্ম্ম কৰাই আছিল। এনে সময়তে চিলাৰায়ে কএদত থাকোতে ককায়েক নৰনাৰায়ণ ৰাজালৈ গোপনে চিঠি লিখি পঠালে যে, আসাম ৰাজাৰ দেশলৈ সেই দেশৰ ভাল মানুহ অনেক আমাৰ দেশলৈ অনা হল ; তাতে মই কএদত থাকিলোঁ। এই সময় আসাম ৰাজাই বিৰোধ কৰিব পাৰে। কাৰণ প্ৰীতি কৰি সেই দেশৰ অনা মানুহখিনি এৰি দিয়ক ও মিত্ৰ কৰি থাকক। ৯১॥

এইৰূপ চিঠি-পত্ৰ পাই নৰনাৰায়ণ ৰাজাই ভাবিলে, যি কথা ভায়ে লিখিছে হয়, কিন্তু এতিয়া মই খামাখা যদি অনা মানুহখিনিক এৰি দি

পাশা-খেল

প্ৰীতি কৰোঁ ভাবিব যে ভায়েক কএদত থকা দেখি ভয়তহে এৰি দিলে। এতেকে প্ৰকাৰন্তৰে এৰি দিম এনে ভাবতে থাকিলে। পাচে এক সময়ত নৰনাৰায়ণ ৰাজাই চিলাৰায়ে নিয়া আপচু অথচ সোন্দৰ গোহাঁয়ে সহিতে বৰ-পাশা খেদিবৰ মন কৰি এই পণ কৰি গোহাঁইক বুলিলে বোলে ২০ ঢাল জিকিলে তোমাৰ দেশৰ অনা মানুহখিনি সহিতে তোমাক এৰি দিম। ৯২॥

এই বুলি পাশা খেদাতে ১৯ ঢাল সোন্দৰ গোহাঞি জিকিল। পাচৰ ঢালৰ জোৰ দহত লাগিল। ৰাজাই বুলিলে এই জোৰ দহ ঢালিব

ওলোটনি

পাৰিলে মোৰ দেশৰো যি যি মানুহ যায় তাকে এৰি দিম। পাচে গোহাঁয়ে একজোৰ দহে গল বুলি বিমুখে জোৰ দহ ঢালি পাশা জিকিল। পাচে নৰনাৰায়ণ ৰাজাই আসামৰ নিয়া সকলো মানুহখনিক বঁটা-বাহন দি সোন্দৰ গোহাঞি সহিতে গজসিংহ কাজিক লগত দি প্ৰীতিপূৰ্ব্বক বিদাই দি পঠালে। ৯৩॥

এবং বেহাৰ দেশৰো তাঁতী সোনাৰি অনেক বৃত্তিয়াল মানুহ আসাম দেশে আহিল। এই দেশৰ মানুহখিনি আপোন খেলে খেলে নিলে। কোঁচানৰ দেশৰ অহা মানুহখিনি নাম-দাঙ্গতে পাতিলে। ভাটীৰ পৰা অহা মানুহ বহিল দেখি সেইখনিকে ভটীয়াপাৰ বোলে। ৯৪॥

বেহেকল্লাৰ বসতি

আৰু ইতপূৰ্ব্বে বুঢ়াৰাজাদেৱে আহম কটকী বেহাৰলৈ পঠাইছিল। সেই কটকী গজসিংহ কাজি সহিত বেহাৰৰ পৰা এক সঙ্গে আহিছিল। সেই কটকীয়ে স্বৰ্গদেৱত জনালে বোলে, কোঁচ-ৰজাই প্ৰীতিপূৰ্ব্বক এই দেশৰ নিয়া মানুহখনি সোন্দৰ গোহাঞিঙ প্ৰভৃতিক এৰি দিছে। আৰো বেহাৰৰ পৰা কটকীও আহিছে। তাতে স্বৰ্গদেৱে সুধিলে, "কোন কটকী আহিছে?" তাতে আহম কটকীয়ে নাম পাহৰি কলে, বোলে গৰুৰ শিং এটা যে তললৈ যায়, সেই কটকী আহিছে। তাতে স্বৰ্গদেৱে কলে, "কি কয়?" অন্যান্য-সকলে কলে, "গৰুৰ শিং তললৈ যোৱাকে পাতাল-শিঙ্গা গৰু বোলে।" আহোম কটকীয়ে বোলে সেই কটকী আহিছে। ৯৫॥

কোঁচৰ কটকী

তাতে ৰাজাদেৱে কিছু লাজ পাই বোলে পাতাল-শিঙ্গা বুলিব নোৱাৰে, গৰুৰ নাম ধৰিহে কয়। এতেকে পৰদেশলৈ আহোম কটকী পঠোৱা ভাল নহয়। ব্ৰাহ্মণ পণ্ডিত কটকী কৰাহে ভাল। এই বুলি ৰত্নকন্দলী, ও মাধকন্দলী প্ৰভৃতি ১৩ ঘৰ কটকী ললে। তাৰ পৰাহে ব্ৰাহ্মণ কটকী হল। ৯৬॥

বামুণ কটকী

পৰে সোন্দৰ গোহাঞিৰ মুখে সেই দেশৰ বেৱহাৰ বুজি স্বৰ্গদেৱে কটকী তোলাই অথচ পাতাল-শিঙ্গা বা গজসিং কাজিক তোলাই নীতি-মত সেই দেশৰ ৰাজাৰ কুশল-মঙ্গলাদি সুধিলে। এবং পৰদেশী কটকী তোলাত ডাঙ্গৰীয়াসকলে তিনি-খনীয়াকে চন্দ্ৰতাপ তৰি বহিবলৈ আজ্ঞা দিলে। আৰু বেহাৰ দেশত মাটিৰ দুৰ্গোৎসব প্ৰতিমা কৰি পূজা কৰা দেখি সেইমতে প্ৰতিমা

মূৰ্ত্তি-পূজা

কৰিবৰ মৰঙ্গিয়াল মানুহ পঠাই খনিকৰ শিকোৱাই আনিবৰ কাৰণে পাতাল-শিঙ্গা কাজিৰ লগত পত্ৰ-সন্দেশ দি বেহাৰৰ ৰাজালৈ পঠালে, এবং অচিৰ কালতে শিকাই আনি কোঁচানৰ দেশৰ দৰে মৃণ্ময় মূৰ্ত্তি কৰি দুৰ্গোৎসৱ পূজা চলালে। সেই অবধি প্ৰতিমা পূজা চলিল। ৯৭।

আৰু কোঁচানৰ ৰাজাই নিজ নামেৰে হিন্দু, আখৰুৱা মোহৰ মৰা শুনি সেই আখৰুৱাকৈ মোহৰ কৰিবলৈ কেনে ঠানৰ মোহৰ কৰা হব বুলি হিন্দুপণ্ডিত আদিত সোধাত পণ্ডিতসকলে যোগিনীতন্ত্ৰ শাস্ত্ৰ চাই কলে বোলে,

আঠচুকীয়া মোহৰ

অথচ শ্লোকঃ—

অষ্টকোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰবাসিনী।
তস্মিন্ বিশন্তি যে লোকা জ্ঞানাদজ্ঞানতোঽপি বা।
তেঽপি দেব্যাঃ প্ৰসাদেন সিদ্ধিং গচ্ছন্তি নান্যথা।

এই বচনেৰে বুজাত স্বৰ্গদেৱে আঠচুকীয়া সৌমাৰৰ অধিপতি হৈছে এবং অন্য ৰাজাৰ এনে মোহৰ দেখা নাই এতেকে আঠচুকীয়া মোহৰকে মাৰা সকলোৱে ভাল দেখোঁ, এনে বোলোতে সেই ৰূপেই ৰূপ সোনৰ চাকলি কৰাই বুদ্ধিস্বৰ্গনাৰায়ণ নামৰে ও কেৱল স্বৰ্গনাৰায়ণ নামেৰেই হিন্দু আখৰুৱাকৈ মোহৰ মৰালে। তাৰ পৰাছে ৮ চুকীয়া ৰূপৰ সোনৰ মোহৰ চলিল। ৯৮॥

পাচে কোঁচানৰ ৰঘুদেৱে মঙ্গলদৈ নামে কন্যাক স্বৰ্গদেৱলৈ দি মিত্ৰ কৰিলে। এবং তেওঁলোকৰে বলিনাৰায়ণ ৰাজা আহি স্বৰ্গদেৱৰ শৰণাগত হোৱাত ধৰ্ম্মনাৰায়ণ নাম দি দোলা আৰোৱান দি ৰাজ-মৰ্য্যদাৰে থলে। আৰু হেড়ম্বেশ্বৰৰ অপত্ৰবত জয়ন্তাৰ ধনমাণিক ৰজাই ভেদ লগাবৰ মনেৰে এটি কন্যা উদেশ কৰি কছাৰীৰ সাতগাওঁৰ মাজে নিবলৈ ভাল বাট বুলি কৈ পঠালে। কছাৰীয়ে জয়ন্তা আমাৰ শত্ৰু বুলি বাট নিদিও বোলাত আমাৰ অথচ স্বৰ্গদেৱৰ ফৌজ গৈ সেই বাটেই কন্যা আনি দি পঠালে। ৯৯॥

কোঁচৰ জীয়ৰী
আহোম কুঁৱৰী

পাচে ভীমবল কোঁৱৰে ৰাতি দগা মাৰি সকলো ফৌজ অথচ সেনা মাৰিলে। বৰগোহাঞি, ও সুন্দৰ গোহাঞি দুয়োৰো মূৰ কাটি নিলে, ১৫২৪ শকত। পাচে জয়ন্তাৰ যশমাণিক ৰাজাৰ

কছাৰী ৰণ

অপত্ৰবত ডিমৰুৱাৰ মঙ্গল ৰাজা আহি ৰাজাদেৱৰ শৰণাগত হল। স্বৰ্গদেৱে মোৰ শৰণাগত স্থাপিত হল বুলি হাতী ও হেঙ্গদান দি মৰ্য্যাদাৰে থলে। তাৰে পৰা ডিমৰুৱা ৰাজা কৰতলীয়া অধীন হল। ১০০।

পাচে হাজোৰ পৰা দিল্লীৰ বাদ্‌সাহৰ তৰফৰ বঙ্গাল চৈয়দ বাবাকৰ ও সত্ৰাজিতে আসাম দেশৰ চলাচল বুজিবলৈ বেপাৰৰ চলে এক গোমস্তা পঠাই দিলে। কলিয়াবৰত থকা স্বৰ্গ-

অসম-বঙ্গাল বেপাৰী

দেৱৰ ফৌজে শুনি খেদি আহি শিঙ্গৰি পৰ্ব্বতত ধৰি সেই গোমস্তাক কাটি নাওসকল লুটিলে। পাচে সত্ৰাজিতে এই কথা শুনি খেদি গৈ কলিয়াবৰৰ ৰাজাদেৱৰ ভৰালৰ আহিলা-পাতি লুটি বিশ্বনাথৰ নটিনী ধৰি নিলে। স্বৰ্গদেৱৰ সৈন্য মানুহ অল্প দেখি ছুঁইকিল। ১০১॥

পাচে কছাৰীৰ ভীমবল ৰজালৈ কন্যা ও পত্ৰ-সন্দেশ দি পুনৰ মিলাই আহিলা-পাতি ফৌজ সকলো যো কৰি ডাঙ্গৰীয়াসকলক ৰণলৈ পঠালে। ভৰলীতে সত্ৰাজিতে সহিতে ১৫৪৯

ভৰলীত ভীমবল

শকত প্ৰধান যুদ্ধ হল। এই ৰণতে চৈয়দ বাবাকৰ নবাব পৰিলত তাৰ লগৰ মীৰা শেনচোৱাক কুহিশেনে সহিতে ধৰি ৰাখিলে। তাৰে পৰা সৰুশেনৰ খেল চলিল। এই ৰণতে সত্ৰাজিতো ঘাটিল। গুৱাহাটী প্ৰযন্তে ৰাজাদেৱৰ দখল হল। আৰু সেই ৰণতে অস্ত্ৰ-শস্ত্ৰ, নাও, মানুহ অনেক ধৰা পৰিল। ১০২॥

পাচে স্বৰ্গদেৱে ডাঁৰিকাত নগৰ কৰি ১৫৫১ শকত ঐ ধৰ্ম্মনাৰায়ণক দৰঙ্গ ৰাজা ও ভায়েক গজনাৰায়ণক বেলতলাৰ ৰজা পাতি পঠালে। আহোম কটকী হোজা কাৰণে দেশান্তৰলৈ চলাবলৈ

কটকীৰ কাম

ভাল যেন নেদেখি ব্ৰাহ্মণ কটকী পাতিলে।

কটকীৰ কৰ্ম্ম এই,—দেশান্তৰ অথচ অন্যত্ৰ দেশৰ ৰাজা বা নবাবৰ ঠাই যাব লাগিলে স্বৰ্গদেৱৰ আজ্ঞাৰে চিঠি-পত্ৰ লৈ যাব লাগে ও পুনৰ চিঠি-পত্ৰ দি সম্বাদ কব লাগে। ১০৩॥

বৰাগীৰ কাম

আৰু লাংটা বৰাগীৰ খেল পাতিলে। তেওঁলোকৰ কৰ্ম্ম এই,—দেশ-দেশান্তৰে বেশ ছদ্ম কৰি বৰাগী বা সন্যাসীৰ বেশ ধৰি যায়, সেই সেই দেশৰ কি প্ৰকাৰে সোধ-পোছ ও দণ্ডবন্ধ কৰে আৰু স্ত্ৰী-পুৰুষ কি প্ৰকাৰ বস্ত্ৰ-অলঙ্কাৰ পৰিধান কৰে তাৰ নমুনা দেখাব লাগে ও কব লাগে। ১০৪॥

ন বিষয়া

আৰু এইজনা স্বৰ্গদেৱে উত্তৰে চামধৰাগড় বন্ধালে। মেচাঘৰত পুখুৰী খনালে। আৰু হাজোৰ তনয়া গ্ৰামৰ পৰ্ব্বতৰ ওচৰতে ১৫৩৮ শকত বঙ্গালৰে ৰণ হোৱাত সেই ৰণতে থক্‌বক্ বুঢ়াগোহাঞি পৰিলত শুকুলাহুডুক বুঢ়াগোহাঞি পাতিলে, আৰু পানীসিয়াক বৰফুকন পাতি পঠালে।

বৰফুকন বিষয়ৰ সৃষ্টি

তাৰে পৰাহে বৰফুকন নাম ও বিষয় হল। পাচে ক্ৰমে সেই জনা ৰাজাদেৱৰ দিনতে নেওগ ১, লানমাখ্ৰুৰ হালধি ঠেঙ্গা ১, পিক্‌চাই চেটিয়া ১, এক বুঢ়াগোহাঞিপৰীয়া, সৰুচকুৱা ১, আকৌ পিক্‌চাই চেটিয়া ১, ঐ লাঙ্গিয়ে সহিতে ৬ জনা বৰফোকন হল; এবং দেশৰাণী ৰজা হল। আৰু লুকী ১, বকো ১, বনগাওঁ ১, চয়গাওঁ ১, বগাই ১, পানতান ১, বৰদুৱাৰ ১, ভোলাগাওঁ ১, দ্বাৰমৈৰাপুৰ ১, এই ৯ খন দ্বাৰৰ ৯ জনক ৰাজাপোৱালি নাম দিলে। পৰে বাহগড়া, সেই গড়তে ৮ খন দুৱাৰ কৰিলে এবং সলালৰ গড় কৰি সলালফাট নাম দি গোহাঁই নাম দিলে। আৰু বিশ্বনাথৰো দ'ল বন্ধালে। ১০৫॥

ৰূপহী পুখুৰী

পাচে জামিৰগুৰিত ৰূপহী নামেৰে পুখুৰী ও নগৰ কৰি হাতীগড় বান্ধি ১০০০ হাতী ধৰিলে। কিন্তু হাজাৰে পূৰহে হাতী জীয়াই নাথাকিল হেতুকে নগৰৰ হস্তিনাপুৰ নাম দিয়া মনস্ত ভঙ্গ হলত গজপুৰ নাম দিলে; আৰু ঐ

নগৰৰে পৰা গড়গাৱঁলৈকে বৰ-আলি ও তাৰে পৰা গাৱঁলৈ ছটাই আলি বন্ধালে; আৰু পৰ্ব্বতৰে পৰা মেকুৰীখোৱালৈ আলি বন্ধালে; ও উঁৰিকাত শিল-শাকো বন্ধালে। ১০৬॥

পাচে মোমাই তামূলীক বৰবৰুৱা পাতিলে। তাৰে পৰা বৰবৰুৱা নামে বিষয় হল। এওঁ বৰবৰুৱাই বচা, দৈয়াঙ্গ ও নগাওঁ প্ৰভৃতি মাঁনুহবোৰক নিবন্ধ কৰি জাতি ২ খেল ২ কৰি গাওঁ ও চুবুৰি কৰি পাতিলে। ও কামৰূপতো দক্ষিণপাৰৰ পৰা আৰু আনঠাইৰো তাঁতীসকলক নি শোৱালকুছিত পাতিলে। আৰু তেলীসকলকো আন আন ঠাইৰ আনি ৰামদিয়াত পাতিলে। পাচে উত্তৰে দক্ষিণে জুৰি ৰাজ্যখনকে মেৰাই ৰাজগড় বন্ধালে। এই গড়কে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে লাহদৈ ও কোটোহা-গড় বোলে। মাজোলী পাৰে মেৰাগড় বোলে। উত্তৰ পাৰে চোৱাতলগড় বোলে। ১০৭॥

বৰবৰুৱা বিষয়ৰ সৃষ্টি

এবং দোপগড় হাট কৰিলে। জবকাৰ আলি, বকতাৰ আলি, পৰ্ব্বতৰ আলি, হাৰিপৰা আলি এই কেইটা আলি কৰিলে। আৰু মুমলিগড়, মুমলি বাহৰ, ৰাঙ্গলুগড় ৰাঙ্গলু বাহৰ, সোনাৰি নৈৰ বাহৰ এইসকল কৰালে। আৰু লোণপুৰীয়া, কাটলুয়াদি নামচাং বৰহাটৰ নিৰ্ব্বন্ধ কৰিলে। আৰু খৈঘৰীয়া গণক ভবাঁলী বৰুৱাই জনাই হাট-ফাটৰ দান পহাৰে-পতি মাহে ৪ কড়া দৰে লগালে। আৰু লুহিতৰ পৰা পৰ্ব্বতলৈকে দক্ষিণ পাৰে চামধৰাগড় বন্ধালে। ১০৮॥

হাট-বাট

বাৰভূঞাই পুনৰ মত ধৰাত ১৫৫৬ শকত ভাঙ্গি আনি স্থানান্তৰ কৰি বিলাতত পাতিলে। আৰু ডফলাগড় বন্ধাই গৰুমূৰীয়া পাতি মিৰি ডফলালৈ পচা লগাই আবৰ ও মিৰি ও ডফলাৰ দুৱাৰ ভেদকৈ মাটি, বিল, বহুতা, কটকী দি বছৰি পাল-সেৱা নিবন্ধ কৰিলে। ১০৯॥

ভূঞা ভূঞা

পাল-সেৱাত দিব লগা দ্ৰব্য,—জকা, মেঠন, মজাঠি আৰু উত্তৰে দক্ষিণে বচা, দৈয়াঙ্গ, মৰঙ্গি এনে নাম ভেদ কৰি ভাগি-প্যাতি হাজাৰ, শ, একুৰি নিবন্ধ কৰি হাজাৰ পাইকত হাজৰিকা, ও একশত শইকীয়া, কুৰিত বৰা নিয়ম কৰি পাতিলে। ১১০ ॥

পাইকৰ বিষয়া

এবং ১৫৫৫ শকত কছাৰী দেশৰে ও আসাম দেশৰে মাজত ন নৈতে সীমা কৰি মৰঙ্গিত ভাধৰা চেটিয়াৰ মৰঙ্গিখোৱা পাতিলে; ও নগাগড় বন্ধাই নগাৰ দুৱাৰ ভেদকৈ পোহনী মাটি, কটকী, চৌতাং দি বছৰি পাল-সেৱা নিবন্ধ কৰিলে। পাল-সেৱাত দিব লগা দ্ৰব্য,—মেঠন, বোলোৱা ছাগ, ৰঙ্গা চুলি, ৰঙ্গা বেত, লোণ, আতবাজে যি যি দুৱাৰত যি যি দ্ৰব্য উৎপন্ন হয় তাকো দিবৰ নিবন্ধ কৰিলে। ১১১ ॥

কৰ-কাটন

পৰে কিছো উৎপাত অমঙ্গল হল। এবং ৰাজমাওদেও মৃত্যু হল। এই হেতুকে শান্তি ও শ্ৰাদ্ধ কৰিবলৈ স্বৰ্গদেও বাৰুকটা ঘাটলৈ গৈ শান্তি, স্বস্ত্যয়ন, শ্ৰাদ্ধ কৰি অনেক ব্ৰাহ্মণক সোন, ৰূপ, মাটি বহুত দান কৰিলে। এবং দেৱৰগাওঁ দেৱালয়ৰ দোল কৰি মাটি মানুহ উছৰ্গ কৰি দিলে। সেই দিনৰে পৰা দেবোত্তৰ ব্ৰহ্মত্তৰ চলে। ১১২ ॥

দেৰগাৱঁৰ দ'ল

পাচে কামৰূপৰ পৰীক্ষিত ৰাজাৰে বিৰোধ লগাই ভায়েক মালসিংহ আহি ৰাজাদেৱত শৰণাগত হল। ৰাজগোষ্ঠি দেখি দোলা, আৰোৱান দি সিংহ নাম গুচাই মালৰাজা নাম দি নামৰূপত পাতিলে। আৰু কোবোকা খহাই ফুটুকাতলিত জই-খামদাং খাত কৰালে, আৰু চয়ানৰ গড় বন্ধালে। ১১৩ ॥

নামৰূপীয়া ৰজা

তদুপৰ পূৰ্ব্বে চুখাম্‌ফা ৰাজাদেৱে বঙহ বুলি সোনাৱালি হিলৈ দিয়া মানুহখনিকে ও বামুণী কোঁৱৰইতকে গোটাই কোঁৱৰ হিলৈদাৰি-খেল পাতিলে, এবং গিয়াতি পাতি কোঁৱৰ নাম দিলে। ১১৪ ॥

স'জাতি কোঁৱৰ

আৰু পূৰ্ব্বে কোঁচানৰ ৰণলৈ পচা বামুণসকলৰ লগুণ তেনেই আছিল। সেই লগুণকোৰ গুচাবলৈ লেকাই চেটিয়াক আজ্ঞা কৰিলে। আজ্ঞামতে সকলো বামুণৰ লগুণ গুচালে। তাৰে ৮ ঘৰ মানুহৰ লগুণ ৰাখিলে। কিন্তু আগলৈ চিন থাকিবৰ নিমিত্তে আল অন্তত লগাই ৮ ঘৰৰ ৮টা নাম দিলে। এই কাৰণ "লগুণৰ গুৰি লেকাই চেটিয়া" বোলে। ১১৫॥

"আল" বামুণ

আৰু ৰহাত থাকি কছাৰী ফালৰ বাৰ্ত্তা জনাই থাকিবলৈ নগৰত যেতিয়া যাৰ ঘৰৰ বৰবৰুৱা হৈ থাকে সেই বংশৰে এটা থাকিবলৈ দিলে। এওঁকে ৰহিয়াল বৰুৱা বোলে। এবং জয়ন্তাৰ বাৰ্ত্তা বুজি জনাই থাকিবলৈ জাগীত বুঢ়া-গোহাঞি-পৰীয়া জাগীয়াল গোহাঞি নাম দি দিলে, ও কাজলীত ঐ জয়ন্তাৰো কিছো এবং ডিমৰুৱাৰ গাৰো ফালৰো বাৰ্ত্তা জনাই থাকিবলৈ বৰপাত্ৰ ও বৰগোহাঞি দুয়ো ঘৰৰ বংশৰ দুইজন কাজলী-মুখীয়া গোহাঞি নাম দি দিলে। এই বৰুৱা, গোহাঞিহঁতৰ পানী-জাপিত ৰূপৰ চুলা, ঢেকৰলগা চাঙ্গী অথচ দোলা ও ৰাজখোৱা মৰ্য্যাদা দিলে। যেহেতু, এই জনা ৰাজাদেৱে অনেক অনেক প্ৰধান কৰ্ম্ম ও নিয়ম কৰিলে, এই হেতুকে প্ৰতাপসিংহ বোলে। ১১৬॥

দুৰবীয়া বিষয়া

পাচে কালক্ৰমে দেশত অনেক উৎপাত হবলৈ ধৰিলে। মনুষ্যত গাহৰিৰ আকাৰ জন্মিল, ও উষুৰা ধান গজিল, উত্তৰে ফুলবৰীত তিনি চকুৱা মানুহ জন্মিল, দেশ চানি কপুতীয়া শেন ওলাল, ও ১৫৭১ শকত তামূলী ফৰিং ওলাল, ইত্যাদি নানা উৎপাত হল। ক্ৰমে স্বৰ্গদেৱৰ শৰীৰ বিষম পাই দেহৰগাওঁ দেৱাললৈ মানুহ পঠালে বোলে, বুপাত সোধগৈ, মোৰ কিমান দিন আছে। পাচে মানুহে গৈ দেৱতাত জনালত ৰাত্ৰি স্বপ্নত কলে বোলে, দেৱালয়ৰ ভিতৰতে ফুলনিত চাব, অকালত নাহৰ ফুল এটা পাব, তাকে নি ৰাজাত দিলে বুজিব। পাচে পৰদিনা ফুলনিত চাই অৱতৰতে অথচ অকাল সময়তে তিনি-পহীয়া নাহৰ

অসমত অমঙ্গল

ফুল একটা পাই স্বৰ্গদেৱক দিলত ৰাজাদেৱে বোলে, বুপাৰ আজ্ঞা হল মোৰ তিনি পক্ষহে ভোগ আছে; এতেকে সকলো ৰাজ্য আহক, মই চাওঁ, মোকো চাওক। ১১৭ ॥

এই কথা শুনি সকলো ৰাজ্য আহিল। স্বৰ্গদেৱেও নাৱেৰে গৈ দিখৌ নদীৰ দুয়ো পাৰে আহি থকা প্ৰজাসকলক গা দেখাই বোলে, মোৰ কাল হল, সকলো লোকে মোক চাইক, ময়ো চাওঁ, এই বুলি ব্ৰাহ্মণ, বুঢ়া, লৰা, তিৰুতা, এই সকলক দান-দক্ষিণা দিলে। পাচে ৰাজাদেৱলৈ প্ৰজাসকলৰ মোহ জন্মাত স্বৰ্গদেৱৰ সলনি আমাৰে এক শ নৰ-বলি শদিয়াৰ আইলৈ দিমহঁক, তেও স্বৰ্গদেৱ কুশলে থাকক, এই বুলি হৰিধ্বনি কৈ কোলাহল কৰিবলৈ ধৰিলে। পাচে স্বৰ্গদেৱে বোলে, মোৰ কাল হল, কেনেকৈ ৰাখিবিহঁক, এই বুলি প্ৰজাক প্ৰবোধ দি নগৰলৈ আহি ১৫৭১ শকত ঐ বুঢ়াৰাজা ওৰফে প্ৰতাপসিংহ ও বুদ্ধিস্বৰ্গনাৰায়ণ, ৰাজপুত্ৰ চুৰম্ প্ৰথম, দ্বিতীয় চুত্যুং, তৃতীয় আৰো একজন ৰাখি স্বৰ্গী হল, ভোগ ৩৮ বৎসৰ। ১৭ জনা ৰাজা গত। অথঃ পঞ্চম আধ্যা সমাপ্ত। ১১৮ ॥

প্ৰতাপসিংহৰ প্ৰজা-প্ৰেম

---

## ষষ্ঠ আধ্যা

---

### চুৰম্‌ফাৰ পৰা চুহুং-ৰজালৈকে।

এওঁ ৰাজাৰ মৰণান্তে এওঁৰে বৰপুত্ৰ চুৰম্‌ফা ১৫৭১ শকত ৰাজা হল। গুকুলাহুহু বুঢ়াগোহাঞি ও খামপেত্ ও চেনমুন্ ও খাম্‌চিন্ ও গুঁই-মেলা ও বেকা ও পৰ্ব্বতীয়া সৰুবুঢ়া ও পিলিঙ্গা এই ৭ জনা বৰগোহাঞি হল। মৰাণৰ লাকু বৰপাত্ৰ হল; তদপৰ ক্ৰমে কনজাং ও বলিয়া ও ওলেযোৰা বৰপাত্ৰ এই ৪ জনা হল। কিন্তু ঐ মৰাণৰ লাকু বৰপাত্ৰ ৰাজমন্ত্ৰীও হল। লাহো বৰবৰুৱা ও পিকৃচাই বৰফুকন হল। এওঁ ৰাজাদেৰে সলগুৰিৰ আলি কৰালে ও লাকু বৰপাত্ৰৰ পুত্ৰ লাহোক বৰবৰুৱা পাতিলে। ১১৯ ॥

চুৰম্‌ফা ভগা-ৰজা

এওঁ ৰাজাৰে কুঁৱৰীয়ে তোলনীয়াকৈ কোঁৱৰ এটি তুলিছিল। সেয়ে মৃত্যু হলত কুঁৱৰীয়ে বোলে, মোৰ লৰাই কাৰ সহিতে উমলিব ও অকলে কেনেকৈ থাকিব? এই বুলি কুঁৱৰীয়ে মৰা-শৰ লগত লৰা কিছুমান দিবলৈ ৰজাদেৰত জনালত, বৰুৱা ফুকনক লৰা একোটা দে বুলি বন্দী কৰিলে। পাচে ডাঙ্গৰীয়াসকলে নিবেদন কৰি জনোৱাতে এৰিবলৈ মুবুলিলে। এনে আৰু অনীতি কাম কৰিবলৈ ধৰিল দেখি নসহি ডাঙ্গৰীয়াসকলে এওঁৰে ভায়েক চুত্যিঙ্গক আনি ১৫৭৪ শকত চুৰম্‌ফাক ৰাজা ভাঙ্গি চুত্যিংফাক বৰচ'ৰাতে ৰজা পাতি সেৱা কৰি ভগা জনাক নগৰৰ পৰা উলিয়াই পৰ্ব্বতত বাহৰ-কৰি ভাতে যোগান দি থলে। এই হেতুকে এওঁকে ভগা-ৰাজাও বোলে। পাচে চাংমাইৰ হতুৱাই বিষ-ক্ৰিয়া

মৈদামত লগৰীয়া

কৰাই মৰালে, এতেকে এওঁ ৰজাৰ ভোগ তিনি বৎসৰ। ১৮ জনা ৰাজা গত। ১২০ ॥

নৰিয়া-ৰজা

পাচে ওপৰৰ লিখা বুঢ়াৰাজাৰ দ্বিতীয় পুত্ৰ চুত্যিংফাক ৰাজা ১৫৭৪ শকত পাতিলে। এওঁ সততে নৰিয়া দেখি এওঁকে নৰিয়া-ৰাজাও বোলে। ১২১ ॥

বিষয়া ভঙ্গা-পতা

এই ৰাজাদেৱে শিঙ্গৰিঘৰ উঠি বেৰস্থামতে মোহৰ মাৰিলে, এবং ১৫৭৪ শকত শিঙ্গৰিঘৰত কুন্‌বিন্ কুন্‌খা, পাটঘৰত পাগ জেমা, ৰজা পতাত বচোৱাল টঙ্গালি এইৰূপে বঁটা দিবৰ-নিবন্ধ কৰিলে। এৱেই শুকুলাহুডুক ভাঙ্গি টেপৰ-তলীয়াৰ সৰিয়হক বুঢ়াগোহাঞি পাতিলে। এওঁক গুচাই বৰবৰুৱা হৈ থকাৰ পৰা আনি হাতীপোৱালিক বুঢ়াগোহাঞি পাতিলে। সৰু-বুঢ়াক ভাঙ্গি চপৰাখোৱাক বৰগোহাঞি পাতিলে। এওঁৰ পাচত আকৌ সৰুবুঢ়াকে ৰাজমন্ত্ৰী বাবে সহিতে বৰগোহাঞি পাতিলে। ও লাকুক মাৰি বান্‌চঙ্গীয়া টৈমাক বৰপাত্ৰ পাতিলে। ক্ৰমে চেৰেলীয়া ও কলাই বৰপাত্ৰ হল। বুঢ়াগোহাঞি-পৰীয়া হাতীপোৱালিক বৰবৰুৱা পাতি পাচে বুঢ়াগোহাঞি পাতিলে দেখি সন্দিকৈৰ টংচুক বৰবৰুৱা পাতিলে। পিক্‌চাই ৰাজা-শহুৰ বৰফুকন হল। ১২২ ॥

সাজ-পাৰ ভেদ

আৰু বদৰ তাপ সহিব নোৱাৰি আৰোৱানত শুকুলা গিলিপ দিলে। তাৰ পৰাহে আৰোৱানত শুকুলা গিলিপ হল, ও শুকুলা পইজাৰ হল। ডাঙ্গৰীয়াসকলেও লবলৈ ধৰাত ৰাজাদেৱে বোলে, ভেদ হলেহে ভাল। তেও যদি লয় মাজতে গামোচা একোখনি লওক, এই আজ্ঞা কৰিলে। তাৰে পৰা ডাঙ্গৰীয়াসকলে আৰোৱানৰ মাজত নালতে গামোচা ললে, এবং পইজাৰৰ ভিতৰতো শুকুলা কাপোৰ হল। ১২৩ ॥

পাচে চুঙ্গিৰ ৰাজ্য ভাঙ্গিবলৈ ডাঙ্গৰীয়াসকলক আজ্ঞা কৰিলে। চুঙ্গিৰ ঘৰিয়াল-পৰা বজাই শুনি ভয় পাই আপুনি ১৫৭৫ শকত

অভয়পুৰীয়া ৰজা

বৰিলহি। পাচে ভাঙ্গি আনি অভয়পুৰত চুঙ্গিক পাতিলে। এবং ঐ শকে ভটীয়াপাৰত পুখুৰী খান্দিলে; আৰো খামজাঙ্গীয়া নৰাই আহি নামৰূপৰ ভঁৰাল পুৰি আহিলা-পাতিখনিং নিলে। পাচে ৰণলৈ তিপাম-ৰজাক দিলে, ৰণত নৰা ভাগি গল। পুনৰ নতুনকৈ ভঁৰাল কৰিলে আৰু সকলো দেওঘৰত ১৫৭৬ শকত মানুহ দি নিবন্ধ কৰিলে। এবং মিচিমি-গড় বন্ধালে। ১২৪ ॥

পাচে ঐ ১৫৭৬ শকত এই ৰাজাৰ ৩ পুত্ৰৰ মধ্যে বৰপুত্ৰ চুতাম্‌লাই শুকুলাহুডু বুঢ়াগোহাঁইৰে মন্ত্ৰণা কৰি চুত্যিংফা ৰাজাক ভাঙ্গিলে।

ৰজাভঙ্গা মন্ত্ৰণা

পাচে ভগা-ৰজাই হোৰা ৰাজা পুতেকলৈ কৈ গল বোলে, এনে কথা কৰা পুৰণি পাত্ৰ-মন্ত্ৰীখনি ভাঙ্গি নকৈ যদি পাতি লয় তেহে ভালে থাকিব পাৰিব। এই কথা হোৰা জনা ৰজাই শলাগিলে। পৰে মন্ত্ৰীলোকে ভগা-ৰজাক বিষ-ক্ৰিয়া কৰি মাৰিলে। এতেকে এওঁৰ ভোগ ২ বৎসৰ। উনিশ জনা ৰাজা গত ১৫৭৬ শকত। ১২৫ ॥

পাচে চুতাম্‌লা ১৫৭৬ শকে ৰাজা হৈ ৰামুগাওঁ, ডঁৰিকা-দলঙ্গৰ ওচৰত খাৰঘৰ বাৰীতেং নগৰ কৰি শিঙ্গৰিঘৰ উঠিল। হিন্দুমতে

চুতাম্লা বা জয়ধ্বজসিংহ

জয়ধ্বজসিংহ নাম ললে। এই ৰাজাৰ দিনতে ঐ শুকুলাহুডু বুঢ়াগোহাঞিক মাৰিলত কুৰৈগাঁ লাচাম বুঢ়াগোহাঞি হল। এওঁৰ পাচত বাঁহগৰীয়াৰ আতম, এই দুই জনা বুঢ়াগোহাঞি হল। আৰু পিলিঙ্গাৰ লেচাই ১, বাৰুকিয়ালৰ লাঙ্গিচং ১, এই দুই জনা বৰগোহাঞি হল। লাই ১, এক চেৰেলীয়া, এক ভগা, এই তিনি জনা ক্ৰমে বৰপাত্ৰ-গোহাঞি হল। ১২৬ ॥

ও সৰুবুঢ়াক মাৰিলত এইজনা ৰাজাদেৱৰ শহুৰ নাওবৈচা ফুকন ৰাজমন্ত্ৰী হল। ঐ সন্দিকৈৰ টংচুৱে কিছুদিন বৰবৰুৱা আছিল। পৰে

ৰজা-শহুৰ ৰাজমন্ত্ৰী

চেংধৰাৰ বেংখোৱা বৰবৰুৱা হল। গড়গাঁ ৰাজাদেৱৰ শহুৰেক ৰাজা-শহুৰ বৰফুকন হল। ১২৭ ॥

ঐ জনা ৰাজাদেৱে অথচ জয়ধ্বজসিংহ স্বৰ্গদেৱে গালপুঘাটত গোবিন্দ ঠাকুৰক নি যজ্ঞ কৰি ৰহু মাটি, মান্সুহ উছৰ্গি দেৰত্তৰ তামৰ ফলি কৰি দি নিৰঞ্জন বাপুত শৰণ ললে। এই ৰাজাদেৱৰ দিনৰ পৰা তামৰ ফলি চলিল। আৰু স্বৰ্গদেও বিশ্বনাথলৈ গৈ অনেক ব্ৰাহ্মণক দান-দক্ষিণা কৰিলে। ১২৮ ॥

নিৰঞ্জন বাপুত শৰণ

পাচে লাকমা নগাই ৰাজাদেৱেৰে ৰণ পাতিলে। পৰে সেই ৰণ ৰাজাদেৱ জিকিল। ও শদিয়াৰ মিৰিৰেও ৰণ হল, তাকো জিকিল। আৰু ভটীয়াপাৰৰ পুখুৰী খনালে, ও বুৰুজ পাতি কেড়িমেড়ি-গড়, ও মাছখোৱা-গড়, ভোমোৰাগুৰিৰ আলি, ও বাহুলি বৰফুকনৰ দ্বাৰা চেউনি-আলি বন্ধালে। ১২৯ ॥

চেউনি-আলি

পাচে দিল্লীৰ বাদ্‌সাহৰ তৰফ্ ৯ ন লক্ষ ফৌজেৰে ২২ বাইশ ওমৰাও সহিতে ১৫৭৭ শকত মজুম্‌খা বা মীৰজামুলা, এই নবাব আহি দেশ ললে। আমাৰ ৰাজাদেও ঠাৰৰিব নোৱাৰি নামৰূপৰ চৰাইদেও-খোৰোঙ্গলৈ ভাগি গল। এই হেতু এওঁকে ভগনীয়া-ৰাজাও বুলিলে। পাচে বাদ্‌সাহৰ ফৌজ ৰজাহাটত বলক্তমত থানা পাতি ৰল। ১৩০ ॥

মীৰজুম্লাৰ আক্ৰমণ

তাৰে পৰা মজুম্‌খাই কৈ পঠালে বোলে, ৩ তিনি লাখ টাকা, ৯০টি হাতী ইয়াকে চই দিয়ে যদি দেশ এৰি যাম, আৰু বাদ্‌সাহলৈ এক কন্যা দিয়ক। ১৩১ ॥

মীৰজুম্লাৰে মিত্ৰতা

পাচে স্বৰ্গদেৱে ভাল বুলি বন্দী ১০০, বেটী ১০০, হাতী ৩০টা, সোন ২ দুই হাজাৰ. ৰূপ বাৰ হাজাৰ, এইখিনি যৌতক দি সালঙ্কৃতাকৈ ৰমণী গাভৰুক আওৰংজেব বাদ্‌সাহলৈ দিলে। পাচে দেশ এৰি দি মীৰজামুলা ভটীয়াই গল। ১৩২ ॥

ৰমণী-গাভৰু

স্বৰ্গদেৱেও কিছুকাল ৰাজ্য ভোগ কৰি থাকি আগন্তুক ভাবি নামৰূপত সোন-ৰূপৰ ভঁৰাল কৰালে। এবং পূৰ্ব্বে উজনি সীমা পাটকাইৰ ওচৰত চুডাংফা ৰজাদেৱে কৰাই থোৱা গড় ও বাহৰকো পৰিষ্কাৰ কৰাই নিজেও তাৰে

নামৰূপত ন নগৰ

ইকালে সিফালে ঠাই চাই বাহৰ কৰাই তালৈকে বৰহিলৈ খাৰ প্ৰভৃতি যুদ্ধৰ সামগ্ৰী নিয়াই ৰাখি চাবৰ নিমিত্তে ন গড়লৈ আহি খেদ্ কৰাত চক্ষুৰ লোতক ওলাল। এই চক্ষুৰ লোৱেই ধাৰাবাহিক হৈ ৰোগ-তুল্য হল। পাচে সেই ৰোগতে ১৫৮৫ শকত ৰাজা জয়ধ্বজসিংহ স্বৰ্গী হল, ভোগ ৯ বৎসৰ। বিশ জনা ৰাজা গত। ১৩৩॥

চক্ৰধ্বজসিংহ

পাচে পাত্ৰ-মন্ত্ৰীসকলে চুতাম্লাৰ তুই পুতেকক ৰাজা নাপাতি ১৫৮৫ শকত ঐ দেৱ-ৰাজাৰ নাতি চুপংমুঙ্গক ৰাজা পাতিলে। এৱেঁই লেচাং নৈৰ দক্ষিণে শলখামৰা ঘাটৰ খাৰঘৰৰ বাৰীত নগৰ কৰি শিঙ্গৰিঘৰ উঠিল। এই ঘৰতে হুদু পৰাত এৰি গৈ গড়গাৱঁৰ নগৰত পাটঘৰ উঠিল। এওঁৰে হিন্দুনাম চক্ৰধ্বজসিংহ হল। এওঁ ৰাজাৰ দিনত কুৰৈগঞা লাচাম, তদপৰ বাঁহগৰীয়া আতম, এই তুই জনা বুঢ়াগোহাঞি হল। লেচাই ১, বাৰুকিয়ালৰ লাঙ্গিচং ১, এই তুইজনা বৰগোহাঞি হল, ও লাঙ্গি বৰপাত্ৰ হল। এওঁকে ভাঙ্গি লাতাও বৰপাত্ৰ হল। ঘোঁৰাকোঁৱৰ ও চাৰিঙ্গীয়া পেলন বৰবৰুৱা হল। ঘোঁৰাকোঁৱৰ বৰফুকন হল, পৰে লাচিত বৰফুকন হল। কিন্তু ৰাজা-শহুৰ নাওবৈচা ফুকনক মাৰি বাঁহগৰীয়া আতম বুঢ়াগোহাঞি ৰাজমন্ত্ৰী সহিতে হল। ১৩৪॥

স্বৰ্গদেৱৰ অপমান

পাচে এওঁ ৰাজাদেৱে দিল্লীৰ বাদ্সাহক চই দিয়াৰ কাৰণে ৰাজ্যত পঁচা তুলি সাত লাখ টকা নগৰতে গোলাঘৰ কৰি ডাঙ্গৰীয়াসকলে সহিতে থলে। তাৰে পৰা গোলাঘৰ হল। পাৰে বাদ্সাহৰ ঠাইৰ পৰা শিৰপাও বঁটা অহাত অথচ পাগ এটাত আলতাৰে বাদ্সাহৰ পাও ওপৰে লিখি দিলে যে আমাৰ কৰতলীয়া হল, এ কাৰণে শিৰপাও মাথাত ধাৰণ কৰিব নতুবা যুদ্ধকে কৰিম। পাচে ৰাজাদেৱে অলপ অবমান কৰিলে বোলে পূৰ্ব্বে মিত্ৰ কৰি ৰাজ্য দি গল বুলি চই নিদি বাদ্সাহৰ উকিলক ফিৰাই পঠালে। পাচে বাদ্সাহে ১৫৯১ শকত ৯ লাখ ফৌজেৰে ৰাজা ৰামসিংহক যুদ্ধলৈ পঠালে। ১৩৫॥

গোহাটীৰ শৰাইঘাটতে প্ৰধান যুদ্ধ হল। এই যুদ্ধতে খাবৰ সামগ্ৰী টুকুৱাত কামৰূপী কোন সৈন্য ক্ষুধাতুৰ হৈ ঘোৰা কাটি ও ঢেকোৰা কুকুৰ কাটি খালে। পাচে মোমাই তামূলী বৰবৰুৱাৰ পুত্ৰ লাছিত বৰফুকন হৈ গৈ ৰণ কৰাত জিনি খেদি নি মানাহা নদীত সীমা কৰি হাদিৰাত ঐ ১৫৯১ শকতে চকী-ঘাট নিৰ্ব্বন্ধ কৰিলে। এওঁ ফুকনেই যোগীৰঘোপাৰ ভাটীতে আসাম নগৰ কৰিবৰ মনস্থ কৰিছিল। পাচে চল যেন নেদেখি এৰি আহি হাদিৰাত চকী-ঘাট কৰিলে। আৰু গুৱাহাটীৰ গড়-প্ৰাঞ্চি, দোপদৰ কৰি সকলো বেৱস্থা কৰিলে। আৰু বৰগোহাঞি-পৰীয়া পৰ্ব্বতীয়া ফৈদৰ কচলুখোৱাক সলালগোহাঞি পাতিলে। পূৰ্ব্বে খোৰা-ৰাজাদেৱৰ দিনত যে লেচাইডাং সলালগোহাঞি হৈছিল তাৰে পৰা এই বিষয় লুপ্ত হৈ আছিল। এওঁ ৰাজা দিনৰ পৰাহে পুনৰ প্ৰকাশ হৈ প্ৰণালীৰূপে চলিল। ১৩৬॥

শৰাইঘাটৰ ৰণ

আৰু এওঁ ৰাজাদেৱেই মহৎ যুদ্ধ কৰি আসামৰে ও বঙ্গালৰে মানাহা নদীকে দৃঢ়ৰূপে সীমা কৰিলে। অদ্যাপিও সেই সীমা ধাৰ্য্য আছে। পাচে বানফেৰীয়া নগাই গাওঁ মাৰি লণ্ডভণ্ড কৰিলে। পাচে স্বৰ্গদেৱে সেই নগাক ধৰি মাৰিলে। এবং ক্ৰমে চক্ৰধ্বজসিংহদেৱে ৰাজত্ব কৰি ১৫৯২ শকত স্বৰ্গী হল, ভোগ ৭ বৎসৰ। একইশ জন ৰাজা গত। ১৩৭॥

অসম-মোগলৰ সীমা

এওঁ চক্ৰধ্বজসিংহ ৰাজা মৰণান্তে পুতেকটি ৰাজা হব নোৱাৰিলে। ভায়েক চুন্যৎফা ১৫৯২ শকত ৰাজা হৈ শিঙ্গৰিঘৰ উঠি হিন্দুমতে উদয়াদিত্য নাম ললে। কুৰৈগয়া ঘনশ্যাম ও বাঁহগৰীয়া আতম্‌ ক্ৰমে বুঢ়াগোহাঞি হল। লেচাই ১, পুত্ৰ সৰুবুঢ়া ১, বাৰুকিয়াল লাঙ্গিচং ১, ক্ৰমে বৰগোহাঞি হল। হাড়ি ১, এক চপা ১, ক্ৰমে বৰপাত্ৰ হল। এবং চাৰিঙ্গীয়া লাতাও আহোমৰ পেলন ১, লুখুৰাসনৰ দেবেৰা ১, ক্ৰমে বৰবৰুৱা হল, ও লালুক-সোলা বৰফুকন হল। ১৩৮॥

উদয়াদিত্য

এই জনা ৰাজাদেৱেই গোহাটীৰ বামগড় ও পানীগড় ইত্যাদি কৰি পৰিপাতিৰূপে নিবন্ধ কৰে। আৰু পানীগড়ৰ বামৰ পৰা কেঁইহাত পানীত কৈ হুতীয়া শালৰ খুটা খায়, আৰু অথাউনি পানীত বৰ বৰ ৰাইডাঙ্গৰ ডুই মূৰ লোহাৰে বান্ধি কল লগাই শিল বান্ধি, কি জোখেৰে কেনে গড় কৰিব লাগে, ইয়াৰ কাকত-পাতি অতি সুন্দৰ নিবন্ধ কৰিলে। ও উজনিত বৰাগী-আলি কৰালে। পাচে ঐ দেবেৰা বৰবৰুৱাই ১৫৯৪ শকত বিষ পান কৰাই উদয়াদিত্য ৰাজাদেৱক মাৰিলে, ভোগ ২ বৎসৰ মাত্ৰ। বাইশ ৰাজা গত। ১৩৯ ॥

পানীগড়

এওঁ উদয়াদিত্য ৰাজা মৰণান্তে এওঁৰ পুতেকটি ৰাজা হব নোৱাৰিলে। ভায়েক চুক্লন্ফা ১৫৯৪ শকত ৰাজা হল। হিন্দুমতে এওঁকে ৰামধ্বজ বোলে। এওঁ ৰাজাৰ দিনতো বাঁহগৰীয়া আতম্ বুঢ়াগোহাঞি আছিল। আৰু এই ৰাজাদেৱে বাৰুকিয়ালৰ ঐ লাঙ্গিচঙ্গক ভাঙ্গি দেবেৰা বৰবৰুৱাৰ ভাগিনীয়েক চেংমুনক বৰগোহাঞি পাতিলে। আছুক বৰপাত্ৰ পাতিলে। দেবেৰা বৰবৰুৱা ও সোলা বৰফুকন আছিল। এওঁ ৰাজাদেৱৰ দিনত বিশেষ কোনো কৰ্ম্ম নহল। ওপৰি ৰাজ্যকে ভোগ কৰি কালক্ৰমে নৰিয়া পৰি ১৫৯৬ শকত ৰামধ্বজ স্বৰ্গদেৱ স্বৰ্গী হল, ভোগ ২ বৎসৰ। ২৩ ৰাজা গত। ১৪০ ॥

ৰামধ্বজ

এওঁ ৰাজা মৰণান্তে চামগুৰীয়া ফৈদৰ কোঁৱৰ চুহুঙ্গক আনি ১৫৯৬ শকত ৰাজা পাতিলে। শিঙ্গৰিঘৰত উঠিবৰ নহল কাৰণ হিন্দু মতে নাম নহল। এবং এই ৰাজাৰ আমলেও বাঁহগৰীয়া আতম্ বুঢ়াগোহাঞি ও চেংমুন্ বৰ-গোহাঞি ও আচুক বৰপাত্ৰ-গোহাঞি আছিল। ও দেবেৰা বৰবৰুৱা, সোলা বৰফুকন আছিল। এই ৰাজাদেৱে কেৱল ৰাজা হৈছিল মাত্ৰ, বিশেষ কোনো কৰ্ম্ম নহল। তুৰবৃত্ত, তুৰাশয়, কঠিনহৃদয়, নৃসংশ দেবেৰা বৰবৰুৱাই ঐ ১৫৯৬ শকত বিষ পান কৰাই মৰালে, ভোগ

চুহুং

১ মাহ ১৫ দিন মাত্র। চৌবিশ ৰাজা গত। ইতি ষষ্ঠ আধ্যা সমাপ্তং। ১৪১ ॥

---

## সপ্তম আধ্যা

বিপ্লৱৰ বুৰঞ্জী।

পৰে তুঙ্গখঙ্গীয়া ফৈদৰ গোবৰ কোঁৱৰক আনি ১৫৯৬ শকতে ৰাজা বুলি ললে। শিঙ্গৰিঘৰ উঠিবৰ নহল; এই হেতু হিন্দুমতে নাম নহল। এই ৰাজা হোৱাতো বাঁহগৰীয়া আতম্ বুঢ়াগোহাঞি ও চেংমুন্ বৰগোহাঞি ও আহুক বৰপাত্র আছিল। দেবেৰা বৰবৰুৱা আৰু সোলা বৰফুকন আছিল। এই ৰজাদেৰৰ বিশেষ কোনো কৰ্ম্ম কৰিব নহল। বাঁহগৰীয়া বুঢ়াগোহাঞি, সোলা বৰফুকন সহিত দেবেৰা বৰবৰুৱা মন্ত্রণা কৰি ঐ ১৫৯৬ শকতে মাৰিলে, ভোগ ২০ দিন মাত্র। ২৫ ৰাজা গত। ১৪২ ॥

গোবৰ

পাচে দিহিঙ্গীয়া ফৈদৰ চুজিন্‌ফাক আনি ১৫৯৬ শকত ৰাজা পাতিলে। শিঙ্গৰিঘৰ উঠিবৰ নহল হেতু হিন্দুমতে নাম নহল। এওঁ ৰাজাৰ দিনতে বাঁহগৰীয়া আতম্ বুঢ়াগোহাঞি আছিল। গুইমেলাৰ লালুক বৰগোহাঞি পাতিলে।

চুজিন্‌ফা

আৰু চেংকং বৰপাত্ৰ হল, ও দুৰবাৰ কিৰ্কিৰীয়া বৰবৰুৱা হল। ও সোলা বৰফুকন আছিল। এওঁ ৰাজাদেৱেই বাঁহগৰীয়া বুঢ়া-গোহাঞিৰ দ্বাৰা চিতামণি গড় বন্ধালে মাত্ৰ। অন্য বিশেষ কোনো কৰ্ম্ম নহল। পাছে ঐ বুঢ়াগোহাঞিয়ে ৰাজাদেৱক মাৰিব খোজা হেন জানি আপুনি শিলত মূৰ মাৰি ১৫৯৯ শকত ৰাজাদেৱ মৰিল, ভোগ ২ বৎসৰ ৯ মাহ ২৫ দিন। ছাবিশ ৰাজা গত। ১৪৩॥

ঐ চুজিন্‌ফা ৰাজা মৰণান্তে তেওঁৰ পুত্ৰটি ৰাজা হব নোৱাৰিলে। পৰ্ব্বতীয়া চুডৈফাক আনি ১৫৯৯ শকত ৰাজা পাতিলে। পৰ্ব্বতৰ নগৰত শিঙ্গৰিঘৰ উঠিল, আৰু ডঁৰিকাতো নগৰ কৰিলে, নাম হল বোকা-নগৰ। এই জনা

চুডৈফা।

ৰাজাদেৱেই সোলা বৰফুকনে বাঁহগৰীয়া বুঢ়াগোহাঞিক মাৰিলত দিলিহিয়ালৰ দীঘলাক ৰাজমন্ত্ৰী বাবে সহিতে বুঢ়াগোহাঞি পাতিলে। গুইমেলাৰ লালুকক ভাঙ্গি মেচাঘৰীয়া শেনক বৰগোহাঞি পাতিলে। লাচামকলাক বৰপাত্ৰ পাতিলে। মেচা ১, লুখুৰাসনৰ চক্ৰপাণি ১, এই দুইক ক্ৰমে বৰবৰুৱা পাতিলে। সোলা বৰফুকন আছিল। ১৪৪॥

এওঁ ৰাজাৰ দিনতে সোলা বৰফুকন গোহাটীতে থাকি মধ্যে মধ্যে দিল্লী বাদ্‌সাহৰে ৰণ হৈ প্ৰজাসকলক মাৰি চুকাই দেখি মিলিলেই ভাল বুলি ১৬০১ শকত বাদ্‌সাহৰ তৰফ আজমতৰা নবাবেৰে মিলি গুৱাহাটী এৰি দি হুঁহঁকি কলিয়া-বৰকে ধৰ কৰি সকলোটি ৰলহি। তাৰে পৰা উজাই আহি এই সোলা বৰফুকনে ১৬০১ শকত ৰাজাদেৱক পৰ্ব্বতলৈ নি বিষ খুৱাই মাৰিলে, ভোগ ২ বৎসৰ। সাতাইশ ৰাজা গত। ১৪৫॥

সোলা বৰফুকনৰ গুৱাহাটী ত্যাগ

এওঁ ৰাজা মৰণান্তে চুডৈফা ৰাজাৰ দুই পুত্ৰ ৰাজা নহল। চামগুৰীয়া ফৈদৰ চুলিক্‌ফা ১৬০১ শকত ৰাজা হল। এওঁকে লৰাৰাজাও বোলে। এওঁৰ দিনতো দিলিহীয়া দীঘলা ৰাজমন্ত্ৰীৰ বাব সহিতে বুঢ়াগোহাঞি আছিল। আৰু শেনক ভাঙ্গি মাতুৰিয়ালৰ লাইথেপেনাক বৰগোহাঞি পাতিলে। এবং চেংকং

চুলিক্‌ফা লৰাৰজা

ৰৰপাত্ৰ-গোহাঞি হল। লুখুৰাসনৰ মৰঙ্গি ১, দিহিঙ্গীয়াৰ আলন ১, এই দুই ক্ৰমে বৰবৰুৱা পাতিলে। ও সোলা বৰফুকনক মাধ আৰু ভোটায়ে কাটিলত ভায়েক ভাধৰাক বৰফুকন পাতিলে। কিন্তু এওঁ অলপ দিনতে পলাই গৈ বঙ্গদেশত সোমালত লান্‌মাখৰুৰ বন্দৰক বৰফুকন পাতিলে। ১৪৬ ॥

চুলিক্‌ফাৰ চক্ৰান্ত

এওঁ ৰাজাদেৰেই দাওকি-আলি কৰালে। আৰু এওঁ ৰাজাদেৰে ৰাজ-বঙ্গহত অতি সংশয় কৰি অথচ ৰাজ-বংশত কোঁৱৰ থাকিলে তেওঁক মাৰি আগলৈ ৰাজা হব এই ভাবি কোনো কোনো কোঁৱৰক মাৰিবৰ ও কোনোসকলক নাক কাণ কাটি অথবা চক্ষু কাঢ়িবৰ মন কৰি মুখ্য ২ কোঁৱৰ বুজি মাৰিবৰ উদ্যত হল। চাৰিওফালে কোঁৱৰ বিচাৰিব ধৰিলে। ১৪৭ ॥

গদাপাণিৰ পলায়ন

এনেতে তুঙ্গখুঙ্গীয়া গোবৰ ৰাজাৰ পুত্ৰ লাঙ্গি গদাপাণি অৰ্থাৎ গদাধৰ কোঁৱৰ নামখ্যাত প্ৰধান বাহুবলী কাৰণ, তেওঁক বিচাৰ কৰি ধৰিবৰ আজ্ঞা হোৱাত বৰ ভয় পাই পলাই গৈ তেওঁৰ ভাৰ্য্যা গাভৰু সহিতে অটব্য অৰণ্যত সোমাই আছিল; তাতে এটি সৰু ঘৰ গছৰ পাতৰে কৰি কাল যাপন কৰি আছিল। গ্ৰাম কি নগৰে বিচাৰি তেওঁক নাপাই ৰাত্ৰিন্দিবা বিচাৰিব ধৰিলে। ১৪৮ ॥

কুঁৱৰীৰ পতি-প্ৰেম

একদিন ৰাত্ৰি ৫।৬ দণ্ড সময় ঐ গদাপাণি কোঁৱৰ গাভৰু সহিতে পত্ৰ-ঘৰে বহি আছিল। ইতিমধ্যে গাভৰু পেছাপ্‌ কৰিবৰ কাৰণে বাহিৰে অহাত চাৰিওফালে মানুহে বেঢ়ি অহা যেন অনুমান কৰি আপুন পতি কোঁৱৰত কলে। কোঁৱৰে প্ৰথম বিশ্বাস নকৰি এই কলে, "এই অৰণ্যক কোন আহিব আৰু আমি ইয়াত আছোঁ বুলি বা কেনেকৈ জানিব?" গাভৰুৱে কলে, "বুজিব নোৱাৰি, কোনো কুছকীয়া অথচ চৰৰ দ্বাৰা জানিব পাৰে, আমি যে ইয়াতে আছোঁ।" এইৰূপে কিয়ৎকাল কথোপকথন হৈ থাকোতেই মানুহৰ, গন-গান হেন শুনিলে। পৰে দুই জনে শীঘ্ৰে বাহিৰ ওলাই নিশ্চয় জানিলে যে, চাৰিওফালৰ পৰা মানুহে বেৰি আহিছে। পাচে

কোঁৱৰে, হয়, আমাক ধৰিবৰ কাৰণেই আহিছে, আহা তুই জনে পলাও। গাভৰুৱে বোলে, মঞি সহিতে গলে তুমি ধৰা পৰিবা। এতেকে মই ইয়াতে থাকোঁ। মোৰ যি গতি হয় হব, যদি মই মৰোঁ, কি শোক মাৰে, তুমি আৰু দহ জনী স্ত্রী বিবাহ কৰিব পাৰিবা। তুমি বিহীন হলে আৰু ক'ত হব? ১৪৯॥

এবং প্ৰকাৰে কোঁৱৰে গদাপাণি কোঁৱৰ সন্মত নহৈ তুই জন সহিতে যাবৰহে মনস্থ আছিল। কিন্তু গাভৰুৱে অগত্যা বধ দি নিজে এৰীয়া কাপৰৰ গাতি মাৰি বেশছন্ন কৰি যোৱাগৈ বুলি আগ বাঢ়ি পঠাই দি পত্ৰৰ ঘৰৰ ভিতৰ গাভৰু সোমাল। ইতিমধ্যেই ধৰিব অহা লোকসকল চৌতৰফৰ বেৰি আহি ঘৰ সোমাল। কিন্তু কোঁৱৰক নাপালে। গদাপাণি কোঁৱৰ লোক-সকলৰ হাতৰ তলে বা কোনোমতেই হওক পাচফাল হল, পাচফাল হৈয়ো গাভৰুৰ মোহত থাকি অদৃশ্যে তেওঁলোকৰ পাচে ২ আহিল। লোকসকলে গাভৰুক ধৰি কোঁৱৰৰ কথা সোধাত, কলে গল মই নাজানো বুলি কোৱাতো পাপিষ্ঠ নিষ্ঠুৰতা ও নিৰ্দ্দয় লোক গাভৰুক ধৰি শাস্তি কৰি বধ কৰিলে। ১৫০॥

কুঁৱৰীৰ হত্যা

পৰম্পৰ লোকৰ মুখে শ্রুত আছে যে, নেজাল কোৰ তপত কৰি গাভৰুৰ পিঠিৰ ওপৰত ধৰাতে ভক্‌ভক্ কৰি উতলে। গাভৰুৱে চিৎকাৰ কৰে। কোঁৱৰে ঐ চিৎকাৰ শুনি অল্প অল্প মতে ক্ৰন্দন কৰে। গাভৰুৱে অনুমানে জানি শাস্তি কৰোতেই চিৎকাৰ কৰি বোলে, কোন পুৰুষ স্ত্রীৰ লগত মৰে? অন্তৰ হ, কলৈ গল মই নাজানোঁ। এবং প্ৰকাৰ পুনৰ পুনৰ শাস্তি কৰোতে গাভৰু মৰিল। চিৎকাৰ নাইকিয়া হল। ১৫১॥

সতীৰ শাস্তি

কোঁৱৰেও মৰা হেন জানি দুখে-শোকে আৰ পৰা অন্তৰ হৈ এজোপা ঘিলা লতাৰ গছৰ তলতে থাকিল। বিচৰা লোকসকলে মৰা গাভৰুক এৰি সকলোৱে কোঁৱৰ জীবিত আছে বুলি বিচাৰিব ধৰিলে। বিধাতাৰ লিখন কোনে খণ্ডাব পাৰে?

গদাপাণিৰ দৈৱিক ৰক্ষা

এই ঘিলা লতাই গদাপাণি কোঁৱৰক আবৃত কৰি ধৰিলে। বিচৰা লোকসকলে নাপাই গুচি গল। তদপৰ প্ৰভাত হলত কোঁৱৰে পত্নৰ ঘৰে যাই দেখে যে, গাভৰু মৃত্যু হৈ আছে। অতি দুখিত হৈ কান্দি কান্দি হাবিয়ে হাবিয়ে গৈ, মানুহে আহোতলি ধৰিছে, কিছু মুকল হৈছে, তাতে গৈ হঠাৎ ওলাল। ১৫২॥

কিছু ওচৰতে একজন মানুহে টঙ্গাৰ কাষত কোৰ পাৰি আছে। দেখি কলে, "তুমি কোন? ৰাজাৰ লক্ষণ দেখোঁ ও ৰাজা হবা।" এনে কোৱাতে ভয় খাই গদাপাণি কপিব ধৰিলে। তাতে সেই লোকটিয়ে কলে, "ভয় নাই, তুমি ৰাজা হবা, কোন কোৱা।" তাতে গদাপাণিয়ে সংক্ষেপে আপোনাৰ বিবৰণ কৈ বোলে, মইনো কত ৰক্ষা পৰিম, আৰু কেতিয়া ৰাজা হম, ঠিক কৰি কোৱা। তাতে সেই লোকজনে তেতিয়াই কিছু গণনা কৰি কলে, "৬ মাহমান এই অঞ্চলে গোপনে থাকা, তাৰ পৰা ভটীয়াই যাবা। অমুক শক তাৰিখে ভাটীতে ৰাজা হৈ আহিবা।" ঠিক কৰি কলে। গদাধৰ কোঁৱৰে বোলে, মই যদি ৰাজা হব পাৰোঁ তোমাক ভাল মানুহ কৰিম বুলি চলি গল। ১৫৩॥

গণকৰ গণনা।

ঐ গদাপাণি কোঁৱৰ বেশছন্ন কৰি গৈ গড়গাঁৱৰ নাজিৰাৰ সোনামুৱাৰ ঘৰৰ ময়ূৰ মজুমদাৰ বৰুৱাৰ ঘৰত ওলালত, আদি-অন্ত কথা কৈ গোপনে ৰাখিবৰ কথা কোৱাত ৰাজাৰ কোঁৱৰ জানি ৰাখিবৰ স্বীকাৰ কৰি গোপনে আপোন বৰঘৰতে ৰাখিলে। এখেত লৰাৰজাদেৰে কোঁৱৰসকলক ধৰি ধৰি আনি কতোৰ প্ৰাণবধ ও কোনোসকলক চক্ষু কাঢ়ি ও নাক কাণ কাটি অঙ্গ ক্ষত কৰিলে। গদাপাণিক বিচাৰি নেপালে। কিন্তু তেওঁক বিচাৰতে থাকিল। নিত্যান্ত গদাধৰ কোঁৱৰ বিচাৰ হয়, এই কথা প্ৰত্যেক ৰোজ মজুমদাৰ বৰুৱাই কোঁৱৰত কয়, এই দৰে ৬ মাহমান আছিল। একদিন গদাপাণি কোঁৱৰে বুঢ়া মজুমদাৰত কলে, "মই অনেক দিন তোমাৰ ঘৰত নগৰতে আছোঁ। নিতে নিতে মোৰ বিচাৰ হৈ আছে, যদি কেনেবাকৈ জানে

ছদ্মবেশে গদাপাণি

মোকো কাটিব এবং তোমাকো সপৰিবাৰে কাটিব। এতেকে মই ভটীয়াই যাওঁ।" বুঢ়া মজুন্দাৰে কলে, "গোহাঁইদেও, মই যোৱা এনে বুলিব নোৱাৰোঁ। আপোনাৰ জন্যে মোৰ সপৰিবাৰকো লৰাৰজাই কাটে-মাৰে যি কৰে কৰোক।" গোহাঁইদেৱে বোলে, নহয়, মই যাওঁ, যদি দৈবাৎ মই ৰাজা হব পাৰোঁ মোক গোপনে প্ৰতিপালন কৰি ৰখাৰ ধাৰ শুজিম। ১৫৪ ॥

এই বুলি ভাঠী যাবৰ মনেৰে যাই আউনীআটী সত্ৰ সোমালত কোনো ভকতে, এইটো কৰ মানুহ ইয়াৰ পৰা যা, এই বুলি তামূল খাই পিক্ পেলোৱাত ছাটি পৰিল। তাৰ পৰা বাহিৰ হৈ গৈ স্থানে ২ বেশছন্ন কৰি ফুৰাত কোনো-সকলে খাবৰ দি উপকাৰ কৰিছিল। কোনো ২ সকলে দেষ্যতাও কৰিছিল। সেইসকল মনে ৰাখি ক্ৰমে ভাঠী আহি কামৰূপৰ ছান্দ-কুছি গ্ৰামে পানমহলীয়া বেৱসায় কৰি থাকিল। ১৫৫ ॥

কোঁৱৰৰ অপমান

পৰম্পৰে শ্ৰুত আছে ঐ ছান্দকুছি গ্ৰামে থকা কালে পানমহলীয়া ক্ৰৰাতো হেঙ্গদান্ গোপনে ভাৰ-বাৰি বা বাংকাত ৰাখিছিল। ১৫৬ ॥

ছান্দকুছিত গদাপাণি

সে যা হওক, ঐ গদাপাণি কোঁৱৰ ছান্দকুছি গ্ৰামে কিছু দিন থাকি তাৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰ ৰাণীত গৈ আছিল। লৰাৰজাই অনেক কোঁৱৰসকলক ধৰি ২ আনি দণ্ডবন্ধ কৰি অনেক অনীতি কৰ্ম্ম কৰিব ধৰিলে। সেই দেখি বুঢ়াগোহাঞি প্ৰভৃতি ডাঙ্গৰীয়াসকলে মনত বিৰক্ত হৈ অন্য এক-জনকে ৰাজা পাতি লবৰ মনস্থ কৰিলে, যে হেতু ৰাজা ভজ্ঞা-পতাৰ ভাৰ ডাঙ্গৰীয়াসকলৰে আছিল। পাচে ডাঙ্গৰীয়াসকলে ৰাজা হবৰ যোগ্য লোক নেদেখি ও গদাপাণি কোঁৱৰ কামৰূপত থকা শুনি তেওঁৰেই ৰাজা হবৰ উপযুক্ত হেন জানি ৰাজা পাতি লৈ যাবৰ কাৰণে বৰফুকন প্ৰভৃতিলৈ লিখাত, ও লান্মাখৰুৰ বঙ্গহ বন্দৰ বৰফুকনৰ ঐ গদাপাণি আশ্ৰয় কৰাত, ঐ বন্দৰ বৰফুকনে সকলো ফুকন ৰাজখোৱাৰে

পাত্ৰ-মন্ত্ৰীৰ চেতনা লাভ

পৰামৰ্শ কৰি গদাধৰ কোঁৱৰকে যোগ্য হেন জানি ৰাজা লোৱা স্থিৰ কৰি ৰাণীৰ পৰা নিয়াই সৰিয়হতলিতে হেঙ্গদানত তুলি বৰফুকন ও পানী-ফুকন ও ডেকাফুকন, ৰাজখোৱাসকলে ৰাজা বুলি সেৱা কৰিলে। ১৫৭ ॥

তদপৰ সকলো সহিতে উজাই গৈ দক্ষিণপাট সত্ৰৰ ঘাট পালে। পাচে এই বাৰ্ত্তা শুনি দক্ষিণপটীয়া অধিকাৰী বাপুৱে বন্দৰ বৰফুকনক মতাই নি কলে, বোলে, "ফোকন, তুমি মোৰ প্ৰধান শিষ্য, আৰো তুমিও জানা লৰাৰাজাও মোৰ শিষ্য। এই হেতুকে প্ৰায় ময়ে ৰাজা হৈ আছোঁ। এতেকে তুমি এনে কাম নকৰিবা, মই তোমাক ৰাজত্ব ভিক্ষা কৰিছোঁ।" পাচে বৰফুকনে বোলে, "মোৰ অকলৰ কাম নহয়, কেনেকৈ কৰিম," বুলি সন্মত নোহোৱাত থাকি বাপুৱে বেজাৰ হৈ তোৰ ঘৰত আগলৈ বৰফুকন সম্পত্তি নহওক বুলি শাপ দিলে। পাচে বৰফুকনে বোলে, "অবিচাৰে যে মোক শাপ দিলে ময়ো বুলিছোঁ, আপোনাৰ বঙ্গহতো এই সত্ৰাধিকাৰ সম্পত্তি নাথাকক।" এই বুলি তাৰ পৰা উজাই যাই গড়গাৱঁৰ নগৰৰ বৰচ'ৰাতে ১৬০৩ শকত ডাঙ্গৰীয়াসকলৰ সহিতে মিলি পুনৰ গদাধৰ কোঁৱৰক সেৱা কৰি ৰাজা ললে। লৰাৰজাক নগৰৰ পৰা উলিয়াই নি যোগান দি নামৰূপত থলে, ভোগ ২ বৎসৰ। আঠাইশ জনা ৰাজা গত। ইতি সপ্তম আধ্যা সমাপ্ত। ১৫৮ ॥

দক্ষিণপটীয়া গোসাঁই-ইৰ অভিশাপ

---

## অষ্টম আধ্যা



### স্বৰ্গদেৱ গদাধৰসিংহ।

পাচে ১৬০৩ শকৰ পৰা গদাধৰসিংহ ৰাজা হল। কিন্তু ৰাজা হৈ কিছুদিন মাত্ৰ হোৱাতে লৰাৰাজাই পুনৰ ৰাজা হবৰ মনস্থ কৰি বোল-মাত কৰা শুনি গদাধৰসিংহ স্বৰ্গদেৱে প্ৰকাৰ-

গদাধৰসিংহ

ন্তৰে মৰালে। এবং দীঘলা বুঢ়াগোহাঁইক মাৰি কুৱৈগয়াঁ মোক বুঢ়াগোহাঁই পাতিলে। এওঁৰ পাচত লঙ্কাকিয়াৰ খামপেঙ্গক বুঢ়াগোহাঞি পাতিলে। লাইথেপেনা বৰগোহাঞিক ৰাজমন্ত্ৰী পাতিলে। আচুকক বৰপাত্ৰ পাতিলে। লাহনৰ টৈমাক বৰবৰুৱা পাতিলে। এবং বন্দৰ বৰফুকনক প্ৰাণমাত্ৰ নামাৰি সৰ্ব্বস্ব আগ্ৰহি বৰফুকন ভাঙ্গি ঘৰলৈ খেদিলে। তাৰে পৰা বন্দৰৰ বঙ্গহত ঐ গুৰু-শাপত বৰফুকন সম্পত্তি গুচিল ও বন্দৰ ফুকনৰ শাপতো সেই ঘৰ দক্ষিণ পটীয়া বাপুৰ বঙ্গহত তাৰে পৰা সত্ৰাধিকাৰ গুচিল। পাচে সন্দিকৈ ফুকনক বৰফুকন পাতি গুৱাহাটীলৈ পঠালে। আৰু বৰ-কলাত নগৰ কৰি শিঙ্গৰিঘৰ উঠি চুপাতফা নাম ললে। হিন্দুমতে গদাধৰসিংহ নাম হল। ১৫৯॥

এওঁ ৰাজাদেৱেই দেশত পিয়ল কৰাই কাকত-পত্ৰ নিবন্ধ কৰিলে, ও পিয়ল উলিয়ালে। পাচে চুলিকফা অথচ লৰাৰজা হৈ থকাত যি যি

প্ৰথম পিয়ল আৰু বিষয়া বিদ্ৰোহ

ফুকন ৰাজখোৱাই স্বৰগদেও অথচ গদাধৰসিংহক ৰাজা পাতি ললে, এৰুজন ৰাজা পাটত থাকোতে অপৰ একজন ৰাজা পাতে বুলি সেইসকলক ৰাজ-দ্ৰোহী বুলি শালত দি ভূৰ বান্ধি উটাই দিলে। সেই শালত দিয়া ঠাইকে অদ্যাপিও শালমৰা-মুখ বোলে। পাচে স্বৰ্গদেৱে সন্দিকৈ ফুকনক বৰফুকন পাতি পঠাই

পূৰ্ব্বে পলাই থকা কালত যি যি সকলে দ্বেষ্য কৰিছিল, সেই সেই সকলক ধৰি ধৰি আনি অনেকক কাটি-মাৰি দণ্ড কৰিলে। ১৬০ ॥

এবং আউনীআটী সত্ৰত বেশছন্ন হৈ যোৱাত কোনো ভকতে, "এইটো কৰ মানুহ, ইয়াৰ পৰা—" এনে বুলি তামূল খাই পিক পেলোৱাত ছিটিকি পৰিছিল, সেই কথা মনে স্মৰি সত্ৰাধিকাৰ কেশবদেও বাপুক ধৰি নি শিল বান্ধি পানীত পেলাই মাৰিবৰ মনস্থ কৰিলে। সেই কথা বাপুৰ শিষ্য বেজদলৈয়ে ভু পাই বাপুলৈ কৈ পঠোৱাত, তেতিয়াই গোবিন্দ ঠাকুৰক লৈ বাপু পলাই যাই শদিয়াৰ হাবিত আছিল। বাপুক নাপালে আৰু সেই পলায়ন কালে যাৰ যাৰ কিঞ্চিৎ ২ অপকাৰ পাইছিল, তাকো দণ্ডবন্ধ কৰিলে। ১৬১ ॥

• গোসাঁইৰ বিলৈ

মঙ্গল চোৱা বোকা-খাতৰ অৰ্জ্জুন দৈবজ্ঞক দলৈ পাতি সোনৰ লগুণ দিলে। আৰু সোনামুৱা ঘৰৰ ময়ূৰ মজুন্দাৰ বৰুৱাক অনেক মৰ্য্যদা কোনমনি কোন-খা বঁটা দি নৰা-টোপী আৰু লাখাম্-চেটিয়া খেলত ললে। লাখাম্-চেটিয়াৰ অৰ্থ ৰাজবংশ। এই ৰাজাদেৱৰ দিনত ময়ূৰ মজুন্দাৰ বৰুৱা অতি বল্লভ আছিল। সৰ্ব্বদা স্বৰ্গদেৱৰ কাখতে থাকিব লাগে আৰু ভোজন কৰা সময় মেল কৰা বোলে। সেই সময়তো নানা ৰকম কথা কৈ মজুন্দাৰ বৰুৱা থাকিব লাগে, তাতে স্বজাতি আহোম, চাংমাই বৰুৱা প্ৰভৃতি হিন্দু মানুহ থাকে বুলি ঘৃণা কৰি নাথাকিবৰ কাৰণে ৰাজাদেৱত জনায় এবং ৰাজাদেৱে সেই কথাত সম্মত নহয়, তথাপি পুনঃ পুনঃ জনোৱাত, "জাত ধ্বংস কৰিয়ে লোৱা যাওক," এনে বোলাতো আহোম জাত মৰা ভাল নহয় বুলি জনোৱাত ৰজাদেৱে বোলে, জাতো ৰওক ও মেল কৰা সময়তো থকাত অনিন্দিত নহওক এনে উপায় কৰ, বুলি কোৱাত সকলোৱে আলচি লাখাম্-চেটিয়া খেলত তোলিবৰ কথা জনালত, ৰাজাদেৱে তিনি জনা ডাঙ্গৰীয়া সহিতে যুক্তি কৰি চেটিয়া-পাত্ৰত তুলিলে, সেই অবধি চাংমাই শালৰ পৰা পকা সাজ, ৰজাদেৱে যিমতে ভোজন কৰে সেইমতে প্ৰত্যেক দিন উপযুক্ত পাত্ৰত

ময়ূৰ মজুন্দাৰৰ মৰ্য্যাদা

দিয়ে। মজুন্দাৰে সাদৰ কৰি লৈ আহোম জাতিক দিয়ে, সেই আহোমে নিত্যান্তে ভোজন কৰে। ১৬২ ॥

তদপৰ হিন্দুসকলে অনেক ৰূপে ধৰ্ম্ম প্ৰবৰ্ত্তাই দেশ নষ্ট কৰিব বুলি মহন্তসকলক চেঊনি ও বচা আদি ঠায়ে ঠায়ে দূৰ কৰি পাতিলে। অথচ ঠাকুৰীয়া ভকত মহন্তক ১৬১৪ শকত নাম-ৰূপত পাতিলে ও মূৰ্ত্তিসকল পানীত পেলোৱালে।

আলি পুখুৰী

পাচে স্বৰ্গদেৱে জিজিংখনাত শিল শাকো কৰি ৰহদৈ পুখুৰী, দ'ল আদি এবং তাতো শিল শাকো ও অকাৰ আলি ও ধোদৰ আলি ও দিহিঙ্গীয়া বৰবৰুৱাই কৰা আলি ও হলৌ ফুকনে কৰা আলি ও খৰা-দল ও খৰা-গড় ও চৰাইদেওত গোটা দল, পুখুৰী এইসকল কৰম কৰিলে। তাৰে পৰা ৰাজ্যতো, ৰাজঘৰতো নিৰুপদ্ৰবে চলিল। ১৬৩ ॥

পাচে দিল্লীৰ বাদ্‌সাহৰ তৰফ্ মঙ্কুল-খাঁ নবাবেৰে গোহাটীৰ শুক্লে-শ্বৰৰ ইটাখুলিতে ১৬০৫ শকত যুদ্ধ হল। সেই যুদ্ধতে নবাবক পৰাস্ত কৰি ৰঙ্গামাটি পৰ্য্যন্তে খেদি থলে। এই অবধি আসামৰে নবাবেৰে ৰণ নহল। এই ৰণৰ পৰা উলটি আহি মানাহা নদীকে পুনৰ ধজি অথচ সীমা কৰি ৰাখিলে। ১৬৪ ॥

ইটাখলিৰ যুদ্ধ

পাচে স্বৰ্গদেৱে ১৬১৬ শকে উমানন্দ দেৱালয়ৰ দ'ল কৰালে। এবং প্ৰকাৰে ৰাজাদেৱে ৰাজত্ব কৰিলে। কিন্তু স্বৰ্গদেৱে আহোম-মতে প্ৰবৰ্ত্তন আছিল ও হিন্দু ধৰ্ম্মত আস্থা নাছিল। সৰ্ব্বভক্ষক আছিল এবং মৃত্যু হলে মৈদাম কৰি তাতে অলঙ্কাৰ বস্ত্ৰাদি ও খোৱা-লোৱা সঁজুলি দাস-দাসী আদি সকলোকে মৈদামত সোমাই মাটি জাপি দ'ল অথবা মটীয়া পৰ্ব্বত হেন কৰি এৰে। এইসকল নিয়ম অতি দৃঢ় ৰূপে পূৰ্ব্বে আছিল। কিন্তু মধ্যে মধ্যে ও পৰে লিখা কোনো ৰজাসকল শৰণ লৈ হিন্দু ধৰ্ম্ম গ্ৰহণ কৰাতে আহোম মত হ্ৰাস হৈ আছিল। অথচ মৈদামত লোকজন দিয়া কম হৈ আহিল। তথাপি গদাধৰসিংহ স্বৰ্গদেৱ পৰ্য্যন্ত বস্ত্ৰ-অলঙ্কাৰ আদি ও তাম-পিতল

হিন্দু ধৰ্ম্মত অনাস্থা

ৰূপৰ ও সোনৰ ও মাইহাং খাট আদি মৈদামত দিয়া নিয়ম আছিল। ঐ মৈদাম চৰাইদেও নামক পৰ্ব্বতীয়া স্থানত সকলোৰে মৈদাম হয়, অথচ ৰাজা ও ডাঙ্গৰীয়া তিনি জনাৰ ও গোহাঞি তিনি জনা ও বৰবৰুৱা ও বৰফুকন প্ৰভৃতিৰো হয়। কিন্তু ৰাজা ও ডাঙ্গৰীয়া ও গোহাঁইসকলৰ মৈদাম চৰাইদেৱতহে হয়; অন্যসকলৰ অন্য অন্য স্থানেও উত্তম ও মধ্যম ও সামান্য প্ৰাকৃতমতে হয়। ঐসকল কৰ্ম্ম দেওধাই ও বাইলুং দ্বাৰা সম্পাদন হয়। ১৬৫ ॥

দেওধ্বনি

দেওধাইএ মদ গাহৰি আদি দি ইন্দ্ৰাদি দেৱতাসকলক আহোম-মতে পূজা কৰি ঢোল আদি বাদ্য কৰাতে তন্মধ্যে কোনো কোনো আহোম জাতি জঁকে অৰ্থাৎ উন্মত্তমত হৈ নৃত্য কৰে, তাতে ভূত ভবিষ্য বৰ্ত্তমানৰ কথা সুধিলে কয়। কোনো কোনো কথা ফলে ও কোনো কোনো সত্য নহয়। কিন্তু আহোম জাতিয়ে তাকে বিশ্বাস কৰি সেই সেই মতে আচৰণ কৰে। ১৬৬ ॥

বাইলুঙৰ বিধান

বাইলুং।—এওঁলোক পুৰোহিতৰ মত কৰ্ম্ম কৰে। মৃত লোকৰ যি যি কৰ্ম্ম কৰিব লাগে তেওঁলোকৰ বিধানমতে কৰে। আৰু তেওঁলোকৰ আহোম ভাষা দোৱানৰ মত ও আহোম অক্ষৰ আছে। সেই আহোম অক্ষৰেৰে সোনৰ ৰূপৰ মোহৰো মাৰিছিল। সে যাহক, গদাধৰসিংহ স্বৰ্গদেৱৰ দুই পুতেক হল। বৰজনাক লাই বুলিছিল, সৰু জনাক লেচাই বুলিছিল। এই দুই জনাক ৰাখি কালক্ৰমে ১৬১৭ শকৰ ১৩ ফাগুন কৃষ্ণা চতুৰ্থীত গদাধৰ স্বৰ্গদেৱে স্বৰ্গী হল, ভোগ ১৪ বৎসৰ ১০ মাহ ১৩ দিন। অথঃ অষ্টম আধ্যা সমাপ্ত। উনত্ৰিশ জনা ৰাজা গত। ১৬৭ ॥

## নৱম অধ্যায়



স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ পৰা গৌৰীনাথসিংহলৈকে।

এওঁ ৰাজা মৰণান্তে এওঁৰে বৰপুত্ৰ লাই গোহাঞিদেও ১৬১৭ শকৰ ১৪ ফাগুনত ৰাজা হল। গড়গাওঁ নগৰত শিঙৰিঘৰ উঠি চুখ্ৰুংফা নাম ললে। হিন্দুমতে ৰুদ্ৰসিংহ নাম হল। ১৬৮ ॥

ৰুদ্ৰসিংহ

এওঁ ৰাজাদেৱে খাম্‌পিং ১, কুঐঙগয়া লাইচেং ১, দিলিহিয়াৰ আফুআ খাম্পাত ১, এই তিনি ক্ৰমে বুঢ়াগোহাঞি পাতিলে। লাইথেপেনা বৰগোহাঞি মৰিলত পুতেক কমলাকান্তক বৰগোহাঞি পাতিলে। এবং কেন্দুগুৰীয়া চেংকেঙ্গক ৰাজমন্ত্ৰী বাবে সহিতে বৰপাত্ৰ পাতিলে। ও দিহিঙ্গীয়াৰ বুঢ়া ১, পাতৰৰ কোটা ১, দিহিঙ্গীয়াৰ ডেকা ১, সন্দিকৈৰ বৰাগী ১, এই চাৰিক্ৰমে বৰবৰুৱা হল। ও সন্দিকৈ বৰফুকনেই কত কাল বৰফুকন হৈ আছিল। এওঁৰ পাচত দুৱৰাৰ বৰজনা ১, পাতৰ ১, এই দুইক ক্ৰমে বৰফুকন পাতিলে। পাচে গদাধৰসিংহ স্বৰ্গদেৱে চেউনী, বচা আদিত পতা মহন্তসকলক চপাই আনি স্ব স্ব স্থানত পুনৰ্ব্বাৰ পাতিলে। ও শদিয়াৰ পৰা আউনীআটীয়া কেশবদেৱ অধিকাৰী বাপুক আনি স্ব-সত্ৰত পাতিলে। ১৬৯ ॥

গোসাঁই মহন্ত স্থাপন

ও সন্দিকৈ বৰফুকনেই প্ৰথম হিলৈ-চৰা নাৱত দুই মূৰে মগৰ লগাই বাবলৈ নাওবৈচা শিকাই লাচ-চাব লগাই স্বৰ্গদেৱক ৰং দেখাই মগৰী-চৰা ও বহৰী-শেন দুইবো খেল উলিয়ালে। ঐ বৰফুকনৰ পাচতে দুৱৰাৰ বৰজনা, তদপৰ পাতৰ বৰফুকন হল। ১৭০ ॥

নাও খেল

আৰো স্বৰ্গদেৱে তেজিত গড় বান্ধিলে। মেটেকাত ৰংপুৰ নগৰ ও জয়সাগৰৰ দ'ল পুখুৰী ও ৰংনাথৰ দ'ল পুখুৰী ও ফাকুৱা দ'ল ও নামদাঙ্গৰ শিল শাকো ও ডিমৌৰ দুই শিল শাকো ও খৰিকটীয়া আলি, দুবৰনি আলি, মেটেকাৰ আলি, এইসকল কৰিলে। ১৭১ ॥

দ'ল, পুখুৰী, আলি, নিৰ্ম্মাণ

পৰে নগাৰঁৰ মিছামুখৰ বাহৰলৈ গৈ জয়ন্তাৰ দেশ আক্ৰমণৰ নিমিত্তে জয়ন্তাৰ ৰামসিংহ ৰাজা ভয় পাই স্ব-ইচ্ছাতে আহিল। আৰু কছাৰী-ৰজালৈ কটকী পঠাই তাম্ৰধ্বজ ৰাজাক অনালে। পাচে স্বৰ্গদেও উজাই আহি এই দুই ৰাজা সহিতে বিশ্বনাথতে সম্ভাষা হল। পূৰ্ব্বে যোৱা ফৌজে জয়ন্তাৰ শ্ৰীশ্ৰীজয়ন্তীদেবীক অনাত ৰামসিংহ ৰাজাৰ দুই পুতেক আপোন ফৌজ গোটাই লৈ যুদ্ধ কৰি দেবীক ৰাখিলে। এবং ৰাজা স্বৰ্গদেৱৰ অথচ অহম ৰাজাৰ ফৌজে অনেক মাৰিলে। পৰে দুই ৰাজাক লৈ ৰুদ্ৰসিংহ স্বৰ্গদেও ৰংপুৰলৈ আহিল। জয়ন্তাৰ ৰাজা কিছো দিন থাকি মৃত্যু হল। কছাৰী-ৰাজাক ৰাজ্য যোগ্য বঁটা দি দেশলৈ পঠাই দিলে। ১৭২ ॥

জয়ন্তা বিজয়

তদপৰ স্বৰ্গদেৱে মণিপুৰ দেশ লবৰ মনেৰে অনেক সৈনা পঠালে। কিন্তু বাট-পথ ভাল নহয়, হাবি-লতা কাটি যাওঁতে অনেক সেনা মৰিল হেতু ইয়াকে লতাকটা ৰণ বুলি কয়। পাচে স্বৰ্গদেৱৰ আজ্ঞানুসাৰে অবশেষ সেনাখিনি ছুঁইকি আহিল। কিন্তু মণিপুৰীয়া ৰাজাৰে মিত্ৰ কৰি মিত্ৰভাবে থাকিল। ১৭৩ ॥

মণিপুৰৰে মিত্ৰতা

তদপৰ ৰুদ্ৰসিংহ ৰাজা ৰাজত্তি কৰি থকাতে কুচৰিত্ৰ কুমন্ত্ৰীয়ে ৰাজাদেৱত জনালে বোলে, ভায়েক লেচাই গোহাঁইদেৱে ৰাজা হবৰ মনস্থ কৰিছে। এই কথা স্বৰ্গদেৱে শুনি ভায়েক লেচাই গোহাঞিদেৱক চক্ষু কাঢ়ি হাবিত থলে। পাচে অকাৰণ মিছা কথা হেন জানি নামৰূপীয়া ৰাজা পাতি ৰাজ-মৰ্য্যাদা

মন্ত্ৰীৰ মন্ত্ৰণা

দি প্ৰধান ৰূপে নামৰূপত থলে। এই হেতুকে নামৰূপীয়া মেল প্ৰধান হল। ১৭৪ ॥

আৰু এইজনা ৰাজাদেৱে ওপৰে লেখা ঐ বৰাগীৰ খেলতে খাওন্দা পাতিলে। এবং তেওঁলোকৰ এই কৰ্ম্ম,—ৰাজা ও ডাঙ্গৰীয়া ও গোহাঞিসকলৰ মৃত শৰীৰৰ অস্থি গঙ্গাদি তীৰ্থত বিধিমতে লগাই ব্ৰাহ্মণ আদিক তদৰ্থে দান দক্ষিণাদি কৰিব। ১৭৫ ॥

খাওন্দৰ বাব

বৈৰাগী।—এওঁলোকে বেশছন্ন কৰি দেশদেশান্তৰ যাই মুনিহ ও স্ত্ৰী বস্ত্ৰ অলঙ্কাৰ পিন্ধাৰ নমুনা যোগাব। ১৭৬ ॥

বৈৰাগীৰ বাব

ও কটকীয়ে ৰাজাৰ চিঠি-পত্ৰ লৈ ৰাজ-ৰাজৰানসকলৰ স্থানে যাব। পুনৰ সমাচাৰ চিঠি-পত্ৰ সন্দেশ লৈ ৰাজাদেৱৰ পাশ আহিব। কটকী মধ্যে বৰ কটকী, ও মাজু কটকী ও সৰু কটকী, তিনি শ্ৰেণী। যোগ্যবান বৰ কটকীৰ মধ্যে ৰাজা ও নবাব আদিৰ স্থানে যায়। অন্যসকলে দেশৰ ভিতৰতে চলাচল কৰে আৰু ৰাজখোৱা ইষ্টক চোট চোট বিষয়া পাতিব লাগিলে মজুন্দাৰ বৰুৱাৰ প্ৰেৰিতমতে কটকীয়ে পাতে। ১৭৭ ॥

কটকীৰ বাব

দলৈ।—দলৈ মধ্যেও তিনি শ্ৰেণী, বৰ দলৈ, মাজু দলৈ, সৰু দলৈ; তেওঁলোকে জ্যোতিষ শাস্ত্ৰ গণনা কৰি দেশৰ ভাল মন্দ কব লাগে। আৰু ৰাজা ও ডাঙ্গৰীয়া গোহাঞি প্ৰভৃতিৰ কোষ্ঠি, জন্ম-পত্ৰিকা ও দশা কৰিব লাগে। আৰু দশা কি জন্ম-পত্ৰিকা চাই গ্ৰহ অনিষ্ট হলে গ্ৰহ-যজ্ঞ ও গ্ৰহ-যাগ ও শান্তি আদি কৰিব লাগে। পঢা শুনা পণ্ডিত জ্যোতিষ শাস্ত্ৰত ভালমতে ব্যুৎপত্তি হলে বৰদলৈ হয়, অপৰ সকল মাজু দলৈ সৰু দলৈ হয়। ঐ দলৈৰ মধ্যে কোনোসকল ৰণ হলে সেনাৰ মধ্যে যাব লাগে। তেওঁলোকে খেন চাই যুদ্ধলৈ সেনা যাবৰ সময় দিব। আৰু দলৈলোকে গ্ৰহ-যজ্ঞাদি কৰাতে অনেক লভ্য হয় আৰু কোনো গণনাদি ফলিলে ৰাজা

দলৈৰ বাব

ডাঙ্গৰীয়া প্ৰভৃতিয়ে বঁটা অথচ বক্চিচ দিয়ে। আৰু কোনো দলৈক দেৱালয় একখন দিয়ে, তদ্বাৰা প্ৰবৰ্ত্তন হয়। এইসকল কৰ্ম্ম দৈবজ্ঞ দ্বাৰা হয়। ১৭৮ ॥

কাকতীৰ বাব

কাকতী।—কাকতী মধ্যেও তিনি শ্ৰেণী, বৰ কাকতী, মাজু কাকতী, সৰু কাকতী। ৰজাঘৰত চাংকাকতী সংজ্ঞাহে; বৰ, মধ্যম, সৰু, নাই। তেওঁলোকে ৰজাঘৰত ধনৰ জমা খৰচ ও পাইকৰ হিচাব ৰাখে। আৰু তাঁতী ও জোলাশালৰ সূতা ও গুণাৰ হিচাব কৰি দিব লাগে। ও চ'ৰানাও প্ৰভৃতি কৰিব লাগিলে কিমান দীঘল ডাঙ্গৰ ও কিমানখিনি গজাল লাগে তাৰ নিৰ্ণয় কৰি দিব লাগে। গৌহাটীতো বৰফুকনৰ তাবে চাংকাকতী নাই; খোলাৰ কাকতী, বৰকাকতী ও কাকতী, এনে বোলে। তেওঁলোকেও পাইকৰ হিচাপ ও কটলৰ ধনৰ হিচাপ, জমা খৰচ, ৰাখিব লাগে। এই পাচ খেল অথচ কাকতী, কটকী, বৈৰাগী, খাওন্দ, দলৈ, এই পাচ খেল ৰুদ্ৰসিংহ স্বৰ্গদেৱে পৰিপাটিমতে নিবন্ধ কৰিলে। ১৭৯ ॥

ন সাজ-পাৰ

বৈৰাগীৰ মুখে বুজিও নমুনামতে স্ত্ৰী পুৰুষৰ পিন্ধা অলঙ্কাৰ আৰু চুৰিয়া, চোলা, পাগুৰি, পাগ, জামা ও বুকু-চোলা, এঙ্গা ও কটা ফুলৰ বুকু ও তোবতাৰ জিঞ্জিৰা ও কাৰছিপি ও স্ত্ৰী-সকলৰ মেখেলা, ৰিহা আদি পিন্ধাৰ নিয়ম হল। আগে এইমত নাছিল। বচোয়াল টঙ্গালি মূৰত মেৰাই থোৱা গামোচাৰ মত ফছছো বোলে, তাকে মেৰাই গাঁঠি দি থয়। আৰু এই ৰজাদেৱৰ দিনতে সভাপণ্ডিত খেল পাতি শাস্ত্ৰমতে দণ্ডবন্ধৰ বেৱস্থা কৰিলে। আৰু এইজনা ৰাজাদেৱৰ দিনৰে পৰা হাতীৰ যুদ্ধ ওলাল। ১৮০ ॥

হৰিদেৱত শৰণ

আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱে আউনীআটীয়া হৰিদেৱ অধিকাৰী বাপুত শৰণ লৈ মাজোলীত চাৰি গড় কৰি, সত্ৰ পাতি অনেক বৃত্তি-বিধান দিলে। এইজনা ৰাজাদেৱৰ পৰাহে শৰণীয়া হৈ একাদিক্ৰমে হিন্দুধৰ্ম্ম ধৰা হল। তদপৰ নদীয়া,

শান্তিপুৰৰ শিমলাগ্ৰামৰ কৃষ্ণৰাম ন্যায়বাগীশ টিঙ্গৰামৰা ভট্টাচাৰ্য্যৰ অনেক মহিমা শুনি মন্ত্ৰ লৈ শিষ্য হবৰ অভিপ্ৰায়ে গৌৰ বাদ্‌সাহৰ ঠাই কটকী পঠাই আৰু ভট্টাচাৰ্য্যলৈকো চিঠি লিখি সেই অভিপ্ৰায়তে আছিল। ১৮১ ॥

এতৎভিন্ন এইজনা ৰজাদেৱৰ দিনতে বঙ্গদেশৰ বঙ্গালী গান-বাজনা আহাতে ৰাজা ডাঙ্গৰীয়া প্ৰভিতিয়ে শুনি বৰ হৰ্ষ পালে। সেই হেতুতে সেই ৰজাদেৱৰ দিনৰে পৰা বঙ্গালী গান-বাজনা প্ৰবৰ্ত্তে। আৰু এই ৰুদ্ৰসিংহ ৰজাদেৱৰ এজনী কুঁৱৰীৰ সন্তান শিবসিংহ ও প্ৰমত্তসিংহ; এজনা কুঁৱৰীৰ সন্তান দেবমোহন বৰজনা গোহাঞিদেও; এজনা কুঁৱৰীৰ ৰাজেশ্বৰসিংহ। এই চাৰি জনা কোঁৱৰ হল। ১৮২ ॥

বঙ্গালী বাজনা

পাচে দিল্লীৰ বাদ্‌সাহে আসাম দেশ লবৰ মনেৰে ফৌজ সেনা পঠালত তেওঁলোক আহি কামৰূপ গোহাটী আক্ৰমণ কৰিলে। এইসকল ৰাজাদেৱে শুনি বাদ্‌সাহৰ কৰতলীয়া নামটি গুচাওঁ বুলি প্ৰথম পুত্ৰ শিবসিংহক যুবৰাজ পাতি লৈ এবং সৈন্য সংগ্ৰহ কৰি ডাঙ্গৰীয়া ও ফুকন বৰুৱা বিষয়াদি সহিতে ভটীয়াই আহিল। পাচে কালশিলা বাহৰতে এজনা কুঁৱৰীৰ গৰ্ভে লক্ষ্মীসিংহ জন্মিল। সেই জন্মা বাহৰৰ নামেৰেই এওঁকে কালশিলা গোহাঞি বুলিছিল। দিল্লীৰ বাদ্‌সাহৰ ফৌজে গোহাটী প্ৰভৃতি স্থানতে জুৰি নিশ্চিত ভাবে থাকোতে ৰাজাদেৱৰ যুদ্ধাৰু সৈন্যসকলে তুঁহৰ ভূৰ কৰি ঐ ভূৰতে মানুহ অথচ সৈন্য উঠি মাজে মাজে অগ্নি ও জোৰা লগাই দুই-চাৰি হিলৈ মাৰি ৰাত্ৰি ব্ৰহ্মপুত্ৰ জুৰি ভটীয়াই আহোতে বাদ্‌সাহৰ সৈন্যসকলে নিদ্ৰাভঙ্গ হৈ হঠাৎ আহি ধৰিলে বুলি তেতিয়াই ভাগি গৈ শোৱালকুছি ও পলাশবাৰী প্ৰভৃতিত সৈন্য ৰলগৈ। গোহাটী উদং হোৱাত স্বৰ্গদেৱৰ সৈন্য-সামন্তে গোহাটীত সোমাল এবং ৰাজাদেৱেও আহি উত্তৰপাৰৰ বাহৰতে থাকি বাদ্‌সাহৰ সৈন্য-সামন্ত সহিতে যুদ্ধ কৰি হটালে। ১৮৩ ॥

অসমীয়া সৈন্যৰ চতুৰালি

কিন্তু ৰুদ্ৰসিংহ স্বৰ্গদেৱে গঙ্গাদেবীক ভিতৰ কৰি লবৰ মনেৰে যুদ্ধৰ অনেক অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতি আয়োজন কৰি থাকোতেই পূৰ্ব্বোক্ত নদীয়া শান্তিপুৰৰ শিমলাগ্ৰামস্থ কৃষ্ণৰাম বা কৃষ্ণানন্দ ন্যায়বাগীশ টিঙ্গৰামৰা ভট্টাচাৰ্য্য আহি পাই কামাখ্যা পৰ্ব্বতত ভগৱতীক দৰ্শন কৰি তাতে থাকি ৰাজাদেৱলৈ কৈ পঠালে, "ভগবতী স্থানতে থাকিব খোজোঁ।" পাচে স্বৰ্গদেৱে সন্মত হৈ বাহৰ সজাই দিয়াতে নীলাচল পৰ্ব্বততে থাকিল। তাতেহে পৰ্ব্বতীয়া গোসাঁই নাম হল। ১৮৪ ॥

কামাখ্যাত কৃষ্ণানন্দ

কিন্তু স্বৰ্গদেৱে মন্ত্ৰ লবৰ মনস্থ কৰি গোসাঁইত কোৱাত অন্ত্যজ বুলি কিছো অবহেলা কৰি আছিল। কিন্তু ৰাজাদেৱে আগ্ৰহি ধৰাতে একদিনা বেলপাতত ৰক্তচন্দনৰে মন্ত্ৰ লিখি টেমা এটিত ভৰাই একজন ব্ৰাহ্মণৰ হাতত দি পঠালে। সেই ব্ৰাহ্মণে উত্তৰপাৰে ৰাজাদেৱ থাকাতে গোসাঁই ঘৰে যোৱা সময়তে দিয়াতে টেমা মেলি চাই মন্ত্ৰ দেখিলে। এবং মনে জানিলে যে, মঞি অন্ত্যজ বুলি ঘৃণা কৰি নিজে আহি মন্ত্ৰ নিদিলে। এই বুলি ব্ৰাহ্মণক বিদাই পঠালে। ৰাজাদেৱে মন্ত্ৰ গ্ৰহণ নকৰিলে। তথাপি ভট্টাচাৰ্য্যক পূৰ্ব্বমতে পৰ্ব্বততে ৰাখিলে। ১৮৫ ॥

বেলপাতত বীজমন্ত্ৰ

তদপৰ ৰাজাদেৱে গঙ্গাদেবীক ভিতৰ কৰি দেশ লবৰ মনেৰে যুদ্ধৰ আয়োজনতে আছিল। গড়-প্ৰাঙ্কিসকল পৰিষ্কাৰ কৰাইছিল। সেই সময় যুদ্ধৰ সামগ্ৰী পাথৰ-কলাই বন্দুক আৰু কাঁড়, ধনু ও ঢাল, বাৰু আৰু শেল, শূল, যাঁঠী, বৰটোপ আছিল। সে যাহক, এইজনা ৰাজাদেৱে যদিবা আউনীআটী হৰিদেৱ গোসাঁইত শৰণ লৈছিল তথাপি মহাদেৱত বৰ ভক্তি কৰিছিল। পৰম্পৰে লোকসকলে কয় যে, ৰাজাদেৱে একসেৰ মৃত্তিকাৰ শিবলিঙ্গ কৰি গন্ধ-পুষ্প, ধুপ-দীপ, নৈবেদ্য দি পূজা কৰে। কদাচিত কোনো সময় সেই শিব হৈতে অগ্নি উদ্ভৱ হৈ বিল্বপত্ৰাদি পুৰি ভস্ম কৰে। এবং সৰ্ব্বদা মহাদেৱক বোপা বোপা বুলি স্মৰণ কৰে। ১৮৬ ॥

মহাদেৱৰ মূৰ্ত্তি

ৰাজাদেৱ থকা ৰুদ্ৰেশ্বৰ থানৰ পৰা ব্ৰহ্মপুত্ৰৰ মধ্যত থকা উমানন্দ শিবক পৰ্ব্বত দেখিব লাগে, সেই জন্য আৰকৰা পৰ্ব্বত এটি আছে। তাকে খহাবৰ কাৰণে অনুজ্ঞা কৰাতে খহাবৰ আৰম্ভ কৰিছিল। ইতিমধ্যে ৰাত্ৰি স্বপ্নত ৰাজাদেৱক মহাদেৱে দৰ্শন দি কলে, "পৰ্ব্বত খহাবৰ কাম নাই। আৰু গঙ্গাদেবীক যে ভিতৰ কৰি লবৰ মন কৰিছ সিয়ো প্ৰয়োজন নাই। কালিলৈ প্ৰভাতে মানুহ এটি পঠাবি। হাবিত চাব, অকালতে ফুলা পুষ্প এপাহ পাব। সেই পুষ্পৰ যেইটি পাহ সেই পক্ষহে জীয়াই থাকিবি।" এই বুলি অন্তৰ্হিত হল। ৰাজা স্বপ্ন দেখি নিদ্ৰিত নহল। অল্পতে প্ৰভাত হল। লোক পঠোৱাত অকালত নাগেশ্বৰ ফুল এপাহকে পালে। তাকে আনি দিয়াতে দেখিলে তিনি পাহ মাত্ৰ আছে। মনেৰে ৰাজাদেৱে জানিলে, তিনি পক্ষহে জীয়াই থাকিম। কিন্তু ৰাজাদেৱে এই কথা কাতো প্ৰকাশ নকৰি মনে ২ উৎসাহ ভঙ্গ হল। এনেতে স্বৰ্গদেৱ নৰিয়া পৰিল। ১৮৭ ॥

স্বৰ্গদেৱৰ স্বপ্ন

পুত্ৰসকলক সমীপে মতাই আনি কলে, "আমাৰ আহোমৰ দুই তিনটি লৰা হলেই ভাই ভাই দন্দ কাজিয়া কৰি একজনে অপৰ জনক নষ্ট কৰে। এতেকে কাকো কোনে হিংসা নকৰিবি। যদি মোৰ কথা নুশুনি ভাই ভাই হিংসা কৰ নাশ যাবি, এতেকে মঞি আশীৰ্ব্বাদ কৰিছোঁ মোৰ অবিহনে ক্ৰমান্বয়ে সকলোটি ভায়েৰ ৰাজা হবি।" এই কথা কৈ কেইদিন মানৰ পাচতে সেই নৰিয়াতে গোহাটীৰ উত্তৰপাৰে ৰুদ্ৰসিংহ স্বৰ্গদেৱ ১৬৩৬ শকৰ ১৩ ভাদ্ৰ কৃষ্ণা দ্বিতীয়াত স্বৰ্গী হল, ভোগ ১৮ বৎসৰ ৬ মাহ হল। ত্ৰিশ জনা ৰাজা গত। ১৮৮ ॥

মহাৰাজাৰ অন্তিম-বাণী

এওঁ ৰুদ্ৰসিংহ ৰাজা মৰণান্তে এওঁৰ প্ৰথম পুত্ৰ শিবসিংহ যুবৰাজেই ১৬৩৬ শকত ৰাজা হল। শিঙ্গৰিঘৰ উঠি চুতন্‌ফা নাম ললে। হিন্দুমতে শিবসিংহ নাম হল। পাচে পিতৃ স্বৰ্গদেৱৰ পূৰ্ব্বানুমতিমতে ঐ শিমলাগ্ৰাম নিবাসী কৃষ্ণানন্দ

শিবসিংহ

ন্যায়বাগীশ ভট্টাচাৰ্য্যত মন্ত্ৰ লৈ শিষ্য হল, এই হেতুকে ভট্টাচাৰ্য্য নাম হল। আৰু স্বৰ্গদেৱৰ প্ৰথম ভাৰ্য্যা শ্ৰীমতী ফুলেশ্বৰী আইকুঁৱৰীও মন্ত্ৰ ললে। এবং এওঁ ৰাজাৰ দিনত বাইলুঙ্গীয়া বায়ন ১, দোমাই গোহাঞি ১, পুখুৰীপৰীয়া চেংমন ১, এই তিনি ক্ৰমে বুঢ়াগোহাঞি হল। ও কমলাকান্ত বৰগোহাঞিয়ে ৰাজমন্ত্ৰী বাব সহিতে হল। পাচে এওঁ মৰিলত ৰাজমন্ত্ৰী বাবে সহিতে কালুগঞা হৰিনাথ বৰগোহাঞি হল। পাচে এওঁ ৰাজমন্ত্ৰী বাবে সহিতে বৰপাত্ৰ হল। কাৰণ বৰগোহাঞি-পৰীয়া দিহিঙ্গীয়া ফৈদৰ থানুনাথ বৰগোহাঞি হল। কেন্দুগুৰীয়া চেংকঙ্গৰ পুতেক পৰমানন্দ বৰগোহাঞি ডাঙ্গৰীয়া বিষয়ৰ পৰা আহি ৰাজমন্ত্ৰী বাবে সহিতে ও বৰৰাজাৰ ভায়েক কালুগঞা হৰিনাথ এই দুই ক্ৰমে বৰপাত্ৰ হল। বুঢ়াদদাই ১, বকতিয়াল ৰূপচন্দ্ৰ ১, এই দুই ক্ৰমে বৰবৰুৱা হল। তৰুণ দুৱৰাৰ বিজয় ১, দিহিঙ্গীয়াৰ দেবেৰা ১, বিজয়ৰ পুতেক ডেকা দুৱৰা ১, ক্ৰমে এই তিনি বৰফুকন হল। ১৮৯।

আৰু স্বৰ্গদেও ও ফুলেশ্বৰী বৰকুঁৱৰী পৰ্ব্বতীয়া ভট্টাচাৰ্য্যত মন্ত্ৰ লৈ শিষ্য হবৰ পৰা ঐ গোসাঁই ভট্টাচাৰ্য্যক উজনি ও ভাটী কামৰূপত মাটি মানুহ ক্ৰমে বৃত্তি-ব্ৰহ্মোত্তৰ কৰি দি ভট্টাচাৰ্য্যৰ মনস্থ-মতে গুৱাহাটীৰ নীলাচল পৰ্ব্বতে সততে থাকিবলৈ ঘৰ কৰাই দিলে, এই হেতুতে পৰ্ব্বতীয়া গোসাঞি নাম খ্যাত হল। আৰু গোসাঞিৰ দ্বাৰা শাস্ত্ৰানুসাৰে গুহাটীৰ সকলো দেৱালয়ৰ দেৱতাৰ পূজাৰ বেৱস্থা বিধি উলিয়াই দেৱালয়সকল নিবন্ধ কৰিলে। ১৯০॥

কুঁৱৰীৰ মন্ত্ৰ গ্ৰহণ

আৰু ঐ ভট্টাচাৰ্য্য গোসাঞিয়ে নব্য স্মাৰ্ত্ত মত উলিয়াই সেইমতে আচৰণ কৰিব দিয়াত এদেশীয় প্ৰাচীন ব্যক্তি পণ্ডিত আৰু সত্ৰসকলৰ মহন্তসকলে মান্তি নহৈ অনেক বাদানুবাদ শাস্ত্ৰমতে কৰিলে। পাচে পৰাস্ত কৰিব নোৱাৰাত ৰাজাঘৰৰ পৰা এইমত আজ্ঞা হল যে, পৰ্ব্বতীয়া ভট্টাচাৰ্য্যৰ শিষ্যসকলে ঐ ভট্টাচাৰ্য্যৰ মতাবলম্বি স্মাৰ্ত্ত মতে চলিব। অপৰসকল পৌৰাণিক প্ৰাচীন মতে চলিব। ১৯১॥

স্মাৰ্ত্ত মত প্ৰচলন

আৰু ব্ৰাহ্মণ দৈবজ্ঞৰো বাদানুবাদ হল। ভট্টাচাৰ্য্য গোসাঁইৰমতে দৈবজ্ঞ গণক জাতি হীন। তেওঁলোকে শৰ্ম্মা লিখিব নাপায় আৰু দক্ষিণাকো গ্ৰহণ কৰিব নাপায়। ইয়াতে থাকি ৰাজাঘৰত বৰ বিচাৰ হৈ জ্যোতিষীয়া পণ্ডিতাদিৰ সহিতে' শাস্ত্ৰমতে 'বিচাৰ হৈ হীন কৰিব নোৱাৰাত ৰাজাঘৰৰ পৰা এই আজ্ঞা হল যে, ব্ৰাহ্মণ দৈবজ্ঞ সমান, ও সমানমতে শৰ্ম্মা শৰ্ম্মণ লিখিব পাৰিব। আৰু দক্ষিণাকো গ্ৰহণ কৰিব পাৰিব। এবং গ্ৰহ-যজ্ঞাদি কৰ্ম্ম কৰিব, কিন্তু প্ৰায়শ্চিত্ত শ্ৰাদ্ধ কৰ্ম্ম কৰিব নোৱাৰিব, আৰু ব্ৰাহ্মণেও গ্ৰহ-যজ্ঞাদি কৰ্ম্ম নকৰিব। এই বেৱস্থা হোৱাতে সেইমতে চলিত হৈ আহিছে। ১৯২ ॥

পৰ্ব্বতীয়া গোসাঁইৰ প্ৰতাপ

পাচে এইজনা স্বৰ্গদেৱে আসাম দেশত ব্ৰাহ্মণ-সজ্জন, সন্ত-মহন্তক অনেক বৃত্তি-বিধান, দেবত্তৰ, ব্ৰহ্মত্তৰ ও ধৰ্ম্মত্তৰ ও নানকাৰ কৰি নিষ্কৰ-মতে দিলে। এবং সেইসকলত কৰ্ম্ম কৰিবৰ কাৰণে মানুহ অথচ পাইক যি যি কৰ্ম্ম কৰিব নিবন্ধ কৰি দিলে। আৰু অশ্বক্ৰান্তত ১৬৩৯ শকে দ'ল কৰালে। এবং দীৰ্ঘেশ্বৰী দেৱালয়তো ঐ ১৬৩৯ শকতে দ'ল কৰালে। আৰু এই-জনা স্বৰ্গদেৱৰ ধাই প্ৰধান হৈ আলি কৰালে। সেই আলিকে অদ্যাপিও ধাই-আলি বোলে। ১৯৩ ॥

ব্ৰাহ্মণক বৃত্তি

আৰু স্বৰ্গদেৱে কামৰূপ পিয়ল কৰালে। এবং বকতা পিয়ল কৰাই কটকীৰ ভগীৰথ ঢেকেলা বৰুৱাক কাকতীয়া নাম দিলে। তাৰে পৰাহে পেড়া-কাগজ হল। ১৯৪ ॥

কামৰূপ পিয়ল

পাচে জ্যোতিষীয়া দলৈ ও পণ্ডিতসকলোৱে ও আহোমৰ দেওধাই বাইলুঙসকলোৱে স্বৰ্গদেৱৰ ছত্ৰভঙ্গ যোগ হৈছে বুলি জনালত স্বৰ্গদেৱে পৰ্ব্বতীয়া গোসাঁইলৈ কৈ সুধি পঠালে। গোসাঁয়ে সেইসকল পণ্ডিতেৰে বিবেচনা কৰি অনেক শান্তি-স্বস্ত্যয়ন কৰালে, এবং স্বৰ্গদেৱৰ ছত্ৰভঙ্গ যোগ হৈছে বুলি ঐ ছত্ৰ কাক দিব বিবেচনাপূৰ্ব্বক আপোনাৰ ভাৰ্য্যা অৰ্দ্ধেক শৰীৰ বুলি

ছত্ৰভঙ্গ যোগ

আইকুঁৱৰীদেৱক ছত্ৰ দি ৰাজা নাম দিলে। এইজনা কুঁৱৰীৰ নাম ফুলেশ্বৰী আৰু প্ৰমথেশ্বৰী। ১৯৫ ॥

এই দুয়ো নামেৰে মোহৰো মাৰিলে। এওঁকে বৰৰাজাও বুলিছিল। একে স্ত্ৰী যৌবনকাল, তাতে ৰাজ-ভাৰ্য্যা; গৰ্ব্ব, দৰ্প, অহঙ্কাৰৰ ঠাই নাই। বিশেষ ৰাজ-পদপিও পালে। এহাতে অনায়াসে বুজিব পৰা যায় তেওঁৰ অহং-গৰিমা নহই কাৰ হব? পাচে এই বৰৰজাই গৌৰীসাগৰৰ দ'ল পুখুৰী পাতি দেৱালয় পাতিলে। ভায়েক হৰিনাথ ঐ ক্ৰমে ডাঙ্গৰীয়া হৈ কালুগাৱঁত বাৰীঘৰ কৰিলে। এই হেতুকে কালুগঞা বৰপাত্ৰ-ঘৰ বোলে। পাচে বৰপাত্ৰে স্বৰ্গদেৱত জনাই কালুগাঁৱত দ'ল পুখুৰী কৰি দেৱালয় পাতিলে। এবং এইজনা ৰাজাদেৱ ও আইকুঁৱৰীয়ে পৰ্ব্বতীয়া গোসাঁইত মন্ত্ৰ লৈ শিষ্য হলত ক্ৰমানুসাৰে অন্যান্য ফুকন, বৰুৱা ও ডাঙ্গৰীয়া, গোহাঞি প্ৰভৃতিও শিষ্য হল। আৰু বৰৰাজা মন্ত্ৰ লৈ অতি প্ৰগল্‌ভতা হৈ ভগবতীৰ পূজা-সেৱা বলি-বিধানতে আসক্তি হৈ অন্যান্য লোককো সেই পথে চলাই শিষ্য কৰালে। ১৯৬ ॥

বৰৰজা ফুলেশ্বৰী

এনেতে শূদ্ৰ মহাজন কোনোবোৰে গোসাঁনীক নামানে বুলি বৰ-ৰাজাই দুৰ্গোৎসব পূজাৰ ভিতৰতে মোৱামৰাৰ মহন্ত আদি কয়েক মহন্ত ও মেধিক আইকুঁৱৰী বৰৰাজা অনাই গোসাঁনী সেৱা বলেৰে কৰাই সিন্দুৰ ৰক্তচন্দন, বলিৰ ৰক্ত এই-সকল দ্ৰব্যেৰে ফোঁট দি নিৰ্ম্মালি প্ৰসাদ লোৱাই কিছো দুৰ্গতি কৰিলে। এই দুৰ্গতি-দুখকে অন্য মহন্তকৈ মোৱামৰাৰ মহন্তে পেটে মৰণ তুল্য মানি সিবিলাকৰ অনেক শিষ্য জোঁটাই মনে মনে দেশ লবৰ মন্ত্ৰণাতে থাকিল। ১৯৭ ॥

মোৱামৰীয়া মহন্ত

পৰে কালক্ৰমে বৰৰাজা স্বৰ্গী হলত তেওঁৰে ভনীয়েক দ্ৰোপদীক স্বৰ্গদেৱে কুঁৱৰীকৈ আনিলে। এওঁৰে নাম দিলে অম্বিকা। এই নামেৰেও মোহৰ মাৰিলে। পাচে বায়েকৰ আদৰ্শৰেই এওঁ শিবসাগৰৰ দ'ল, পুখুৰী; দেৱালয় পাতিলে। ১৯৮ ॥

দ্ৰোপদী বা অম্বিকা

এওঁ কুঁৱৰীও মৰিলত, সলাল গোহাঁইৰ জীয়েক অনাদৰীক আনি সৰ্ব্বেশ্বৰী নাম দি কুঁৱৰী পাতিলে। এই নামেৰেও মোহৰ মাৰিলে। আৰু ৰাজমাওদেৰে দ'ল কৰালে, এই দ'লকে কেঁৰী ৰাজমাওৰ দল বোলে। ১৯৯ ॥

অনাদৰী বা সৰ্ব্বেশ্বৰী

এওঁ ৰাজা শিবসিংহ অতি গম্ভীৰ্য্য, ও ধৈৰ্য্য শান্তমতি আছিল এবং পুৰাণাদি শাস্ত্ৰ সংস্কৃতৰ পৰা অনেক পদ পণ্ডিতৰ দ্বাৰা কৰালে। সেই পণ্ডিতসকলক ব্ৰহ্মাত্তৰ দি কোনো ২ সকলক ভট্টাচাৰ্য্য ও আচাৰ্য্য ও কবিচূড়ামণি ইত্যাদি পদবি দিছিল। ২০০ ॥

শাস্ত্ৰপ্ৰিয় শিবসিংহ

আৰু অনেক সত্ৰসকলত মাটি ধৰ্ম্মত্তৰ কৰি দি মানুহ সত্ৰৰ কৰ্ম্ম কৰিবৰ কাৰণে পাইক খাটনিৰ নিবন্ধ কৰি দিলে। পাচে কালক্ৰমে নৰিয়া পৰি ১৬৬৬ শকত ২৪ আঘোণ কৃষ্ণা প্ৰতিপদ তিথিত শিবসিংহ স্বৰ্গদেৱ স্বৰ্গী হল, ভোগ ৩০ বৎসৰ ৩ মাহ ১১ দিন। একত্ৰিশ ৰাজা গত। ২০১ ॥

সত্ৰীয়া পাইক

এওঁ ৰাজা মৰণান্তে এওঁৰ পুতেকটি ৰাজা নহল। ভায়েক ১৬৬৬ শকৰ ২৫ আঘোণত ৰজা হৈ শিঙ্গৰিঘৰ উঠি চুনেন্‌ফা নাম ললে হিন্দুমতে প্ৰমত্তসিংহ নাম ললে। এওঁৰ দিনতে বাইলুঙ্গীয়া সোনাই বুঢ়াগোহাঞি হল। খাম্‌চেং দলবন্ধা ৰাজমন্ত্ৰী বাবে সহিতে বৰগোহাঞি হল। কেন্দুগুৰীয়া মৃত্যুঞ্জয় বৰপাত্ৰ হল। বকতিয়ালৰ গেন্ধেলা বৰুৱা হল। তুৰৰাৰ বিজয় ১, দিহিঙ্গীয়াৰ দেবেৰা ১, তুৰৰাৰ তৰুণ, তুৰৰা বৰফুকন হল। ২০২ ॥

প্ৰমত্তসিংহ

পাচে এওঁ ৰাজাদেৰেই বাঁহৰ কাঠৰ ঘৰৰ দৰে তুই টুপীয়াকৈ ৰংপুৰত ৰংঘৰ পকী কৰিলে ও গড়গাওঁ নগৰৰ দুৱাৰ ঘৰ কেইটা পকী কৰিলে। আৰু গুৱাহাটী শুক্ৰেশ্বৰ দেৱালয়ত দ'ল কৰিলে। এবং ৰুদ্ৰসিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱা ঠাইত গোহাটীৰ উত্তৰ পাৰত ১৬৭৪ শকে দৌল কৰি ৰুদ্ৰেশ্বৰ নামে

ৰংঘৰ, দ'ল, দেৱালয়

শিৱ স্থাপন কৰি দেৱালয় পাতি মাটি, পাইক দেবত্তৰ কৰি দিলে। সেই কাৰণে ৰুদ্ৰেশ্বৰ-গ্ৰাম নাম হল। আৰু কামৰূপ পিয়ল কৰাই কাগজ-পত্ৰ নিবন্ধ কৰিলে। এওঁ ৰাজাৰ দিনত বিশেষ কোনো কৰ্ম্ম নহল। কেৱল পূৰ্ব্বোক্ত ৰাজ্যকে ভোগ কৰি পৰে,—

শ্লোক।—

শাকে বৈশ্বানৰবিধ ভ্ৰমৰপদবিধৌ আশ্বিনে উনত্ৰিংশদিবসে।
ভৌম-বাৰে পুষ্যাসংযুক্তে গ্ৰহগণপূজিতে কৃষ্ণপক্ষে নবম্যাং॥
ৰাত্ৰৌ দ্বাবিংশদণ্ডে নৰপতিতিলকঃ শ্ৰীপ্ৰমত্তসিংহঃ দেহং।
ত্যক্ত্বা গতঃ শ্ৰীমধুৰিপুভবনং যোগবহ্নিপ্ৰদগ্ধঃ॥

পৰে ১৬৭৩ শকৰ ২৯ আশ্বিন কৃষ্ণা নবমী তিথিত স্বৰ্গী হল, ভোগ ৬ বৎসৰ ১০ মাহ ৫ দিন। বত্ৰিশ জনা ৰাজা গত। ২০৩॥

এইজনা ৰাজাদেৱেও পৰ্ব্বতীয়া গোসাঞিত মন্ত্ৰ লৈছিল। এওঁ ৰাজা মৰণান্তে পুতেকটি ৰাজা নহল। ভায়েক সৰুজনা গোহাঞিদেও

স্বৰ্গদেৱ ৰাজেশ্বৰ-সিংহ

১৬৭৩ শকৰ ৩০ আহিনত ৰাজা হল। বকতিয়াল বৰবৰুৱাই বিষমে বুজাই, বৰজনা গোহাঞিদেওক নগৰৰ বাজকৈ উলিয়ালে। পাচে সৰুজনা গোহাঞিদেও শিঙ্গৰিঘৰ উঠি চুৰেম্‌ফা নাম ললে। হিন্দুমতে ৰাজেশ্বৰসিংহ নাম হল। এওঁ ৰাজাৰ দিনতে লাংমাই কলীয়া ১, কুৰৈগয়া ভগি ১, এই দুই বুঢ়া-গোহাঞি হল। দ'লবন্ধাৰ ভায়েক সুমলি ১, মাহুৰিয়ালৰ বৰজনা ১, এই দুই ক্ৰমে বৰগোহাঞি হল। মৃত্যুঞ্জয় ১, তৎপুত্ৰ কম্বুকণ্ঠ ১, লেচেঙ্গিয়াল ১, ক্ৰমে বৰপাত্ৰ হল। সুমলি বৰগোহাঁয়েই ৰাজমন্ত্ৰী হল। এওঁ মৰিলত লেচেঙ্গিয়াল বৰপাত্ৰ ৰাজমন্ত্ৰী হল। ৰূপচন্দ্ৰ ১, কীৰ্ত্তিচন্দ্ৰ ১, ক্ৰমে বৰবৰুৱা হল। বিজয় তৰুণ দুৱৰাৰ নাতি বহিখোৱা ১, এওঁৰ দদায়েক তামূলী ১, এই দুই ক্ৰমে বৰফুকন হল। ২০৪॥

আৰু এওঁ ৰাজাদেৱেই ৰংপুৰ, গড়গাওঁ, দুয়ো নগৰত দুইটা পকী তলাতল ঘৰ কৰালে। এবং দুটুপীয়া বুৰটো ৰংঘৰৰ ওচৰতে দ'লঘৰৰ দৰে সৰুকৈ এটা পকী ৰংঘৰ কৰিলে। এওঁ ৰাজাদেৱৰ দিনতে বহিখোৱা বৰফুকন ও ডেকা বৰবৰুৱা ও লুঠুৰি কাঠকটীয়া বৰুৱা, এই তিনিয়ে তিনিটা আলি কৰিলে। কৰোৱা তিনিৰ নামেই আলি তিনিটাৰ নাম হল। ২০৫ ॥

তলাতল ঘৰ

এনেতে মণিপুৰৰ দেশ মানতৰাই লোৱাত মণিপুৰীয়া ৰাজা সপৰিবাৰে ভাগি আহি কছাৰী দেশত থাকি আপোন দেশ লবলৈ ফৌজ পাবৰ নিমিত্তে স্বৰ্গদেৱলৈ জনাই পঠোৱাত খ্যাতি, ধৰ্ম্ম, দুয়োটী হয় দেখি সকলোৰে সমালোচন কৰি দুৱৰাৰ হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি-ফুকন নাম দি এৱে সহিতে বহু ফৌজ পঠাই দিলে। ২০৬ ॥

মগ্‌লৌ ৰজালৈ সহায় দান

সেই ফৌজেই মৰঙ্গিৰ বাটে সোমাই বিস্তৰ হাবি-লতা কাটি পোনাই যাওঁতে বাটতে অনেক দিন হল। খোৱা দ্ৰব্য-বস্তু টুকালত স্বৰ্গদেৱলৈ জনাই পঠালে। এখেৰ আজ্ঞা পায়গৈ মানে বহুতৃ ফৌজ মৰিল। এনেতে মণিপুৰ দেশৰ মানতৰাই অসম দেশৰ অনেক ফৌজ আহিছে বুলি শুনি মণিপুৰ এৰি গুচি গল। ফৌজ উলটি আহিবৰ স্বৰ্গদেৱৰ আজ্ঞাও পালেগৈ। পাচে মৰাৰ শেষ ফৌজ লৈ সেনাপতি-ফুকন উলটি আহিল। যদ্যপি ৰণেই নহল তথাপি দেশত এইখনকে লতাকটা ৰণ বুলিলে। ২০৭ ॥

লতাকটা ৰণ

আৰু বিষমকৈ নি ফৌজ মৰোৱা বাবে সেনাপতি-ফুকনক বিহিত দণ্ড কৰি বকতিয়ালৰ বৰবৰুৱাক পুনৰ পঠালত বৰবৰুৱা গৈ ৰহা পাওঁতেই মানতৰা ভাগি গল বুলি মণিপুৰীয়া ৰজাই শুনি বোলে, আমি স্বৰ্গদেৱৰ অনুগ্ৰহতেইহে দেশ পাওঁ আৰু মোৰে পৰা অনেক হানি হৈছে, এতেকে মোৰ কুৰঙ্গনয়নী জীক স্বৰ্গদেৱলৈ দি মিত্ৰ কৰোঁ, বুলি বৰবৰুৱালৈ কলত, বৰবৰুৱাই মণিপুৰীয়া ৰজাক আনি সোনাৰি নৈ বাহৰতে সাক্ষাৎ কৰালে, তাতে

কুৰঙ্গনয়নী

অনেক যৌত কৰে। ৰজাই জীয়েকক স্বৰ্গদেৱত বিবাহ দি দেশলৈ গল। ২০৮॥

এই আপাহতে স্বৰ্গদেৱে বকতিয়ালৰ গেন্ধেলা বৰবৰুৱাক কীৰ্ত্তিচন্দ্ৰ নাম দি জাপিত সোনাৰ চূলা ও বৰচ'ৰাত বহিবলৈ তুলচা দিলে। আৰু পাচৰজীয়া ৰজা পোৱালিকেইটা বৰবৰুৱাই জনাই লৈ ঐ ৰহিয়াল বৰুৱাৰ তাঁবে দি ডাগিৰ সামিল কৰিলে। পাচে মণিপুৰীয়া ৰজাই যৌতকত দিয়া মানুহখিনিক দিচৈ কাষৰতে খাত কৰাই থলে। মণিপুৰীয়াকে এই দেশত মোগল বোলে। এই কাৰণে ঐ খাতক মগলু-খাত বোলে। আৰু এওঁ কুঁৱৰী এইখনতে এটা পুখুৰী খনালে। তাকো মগলু জীয়েকৰ পুখুৰী বোলে। পাচে স্বৰ্গদেৱে হৰ-গৌৰী দেৱালয় কৰিলে। ২০৯॥

মগলু-খাত

এনেতে বৰগোহাঞি ডাঙৰীয়াই চকৰিফেটী নামে এখন বুৰঞ্জী উলিয়াই বকতিয়ালৰ ঘৰ জলম-বটা বুলি কোৱা শুনি বৰবৰুৱাই নৰা-দেশৰ পৰা বঙ্গহৰ মানুহ আনি দি আচল অহম হয় যেন বুজাই স্বৰ্গদেৱত জনালে, বোলে, বন্দী প্ৰধান হৈ থকাতে এই বেৱস্থা, আগলৈ বা কাৰ ঘৰৰ গুৰি কি লিখি থয় আৰু ৰাজাঘৰৰ বা কোন কথা কেনে দৰে লেখে? এতেকে অহম ডাঙৰীয়া, কাকতী, কটকী, যাৰ যাৰ ঘৰত যত বুৰঞ্জী আছে সকলোখনি আনিব দিওক। এই ৰূপে জনালত স্বৰ্গদেৱে আজ্ঞা কৰিলে। তদনুসাৰে দেশত যাৰ যাৰ ঘৰত বুৰঞ্জী আছিলে সকলোখনি স্বৰ্গদেৱে চাবলৈ বিচাৰিছে বুলি কৈ যি কেইখন পালে তাকে চপাই লৈ তাৰে যি কেইখনত বিষম পালে পুৰি পেলালে। ২১০॥

বুৰঞ্জী দাহ

আৰু ১৬৮৫ শকত বকতিয়াল বৰবৰুৱাক আধা-কটা কৰিলত সেই মানুহ ধৰি দিহিঙ্গীয়া ঢেঁকিয়াল বৰুৱা প্ৰভৃতিক দণ্ডবন্ধ কৰি স্বৰ্গদেৱলৈ জনাই লগত ফুৰিবলৈ টাঙ্গনধৰা ললে ও গড়ৰ ভিতৰতে ওপৰত ধৰিবলৈ বৰজাপি ললে। এবং পানীচোৱাত টুপৰ দৰে চৈবে ঢেকেৰি চালি ললে। ২১১॥

দোষীৰ দণ্ড

আৰু স্বৰ্গদেৱে গোহাটীৰ বশিষ্ঠাশ্ৰমত দ'ল কৰালে ও মণিকৰ্ণেশ্বৰ দেৱালয়তো ও চিত্ৰাচল দেৱালয়তো দ'ল কৰালে। পৰে স্বৰ্গদেও কামাখ্যা সেৱা কৰিবলৈ গুৱাহাটীলৈ গৈ বঠাখনাতি বাহৰ কৰিলে। এবং তাতে থাকি কামাখ্যা ভগবতী সেৱা কৰিলে। আৰু তাতে ফাকুৱা দ'ল কৰি ফল্গুৎসৱ কৰিলে। এবং বাঁহগৰা ও বমনত শেন মেলি ৰং কৰিছিল। এবং এইজনা স্বৰ্গদেৱেও পৰ্ব্বতীয়া গোসাঞিত মন্ত্ৰ লৈ শিষ্য হল। ২১২ ॥

দ'ল দেৱালয়

এবং এইজনা স্বৰ্গদেৱৰ দিনতে পৰ্ব্বতীয়া গোসাঞিৰ জিয়ৰী ফালৰ সন্তান নাতি-গোসাঞি বুলি আহি পৃথক হৈ পাণ্ডুনাথত ঘৰ কৰি থাকিল। ক্ৰমে বৃত্তি-বিধান ব্ৰহ্মত্তৰ পালে। ও স্বৰ্গদেৱৰো পো-নাতি পৰিয়াল অনেক হল। ২১৩ ॥

নাতি-গোসাঁই

পাচে স্বৰ্গদেৱ গুৱাহাটীৰ পৰা উজাই আহি দেবৰগাৱঁৰ পুৰণি দ'ল আদি কিছু ব্ৰহ্মপুত্ৰে খহোৱাত নেঘেৰিটিঙ্গত ন দ'ল কৰিবৰ ধৰাত মোৱামৰা মহন্তে পূৰ্ব্বে বৰৰাজা আইকুঁৱৰীয়ে দুৰ্গতি কৰা মনে স্মৰি, আমাৰনো কিমান লোক আছে বুজিবৰ কাৰণে যোৰহাটৰ মালো পথাৰৰ দ ঠাইকে নামঘৰ কৰি লওঁ বুলি সকলো ভকতক আজ্ঞা কৰিলে, বোলে, মানুহটে এচপৰাকৈ মাটি দি ভেঁটী বান্ধক, আমি তাতে সত্ৰ কৰিম। পাচে সেই আজ্ঞামতেই মাটি দি বান্ধিলত বৰ ওখ ভেঁটী হল। তাতে সত্ৰ নামঘৰ কৰিলে। তাকে আজিলৈকে বৰভেঁটী বোলে। তাকে বান্ধিবলৈ সকলো শিষ্য ভকত চপাতে আলচ কৰিলে, বোলে, এতেক প্ৰজা হৈছে অৱশ্যে পূৰ্ব্ব-প্ৰতিকাৰ কৰা যাব। এই বুলি যো জা হৈ থাকিবলৈ বুলিলে। এই ভেঁটীৰ কাৰণে চপা প্ৰজা অসংখ্য বুলি স্বৰ্গদেৱে শুনি ভাবিলে, পূৰ্ব্বে বৰজনা ককাইদেৱে মোৱামৰা মহন্তক অভিমান দি থৈছে। সেই মহন্তৰ শিষ্য-প্ৰজাৰ এই প্ৰভাও শুনিছোঁ অৱশ্যে দ্বেষ কৰাৰ আগন্তুক আছে। কিন্তু এই মহন্তৰ যিমান শিষ্য-প্ৰজা ও বিভূতি দিহিঙ্গৰ শিলিখাতলীয়া মহন্তৰো সিমান বিভূতি, আৰু ভাই ভাই হয়। ২১৪ ॥

বৰভেঁটী

এতেকে দিহিঙ্গৰ মহন্তক ভিতৰুৱাল কৰি থোৱা ভাল যেন বুজি দিহিঙ্গৰ অধিকাৰী মহন্তক অনাই সততে চাঙ্গলৈ অহা-যোৱাকৈ স্বৰ্গদেৱত দেখা হৈ থাকিবৰ আজ্ঞা কৰি লিগিৰা বাব দি ভিতৰুৱাল কৰিলে। ঐ শিলিখাতলীয়া মহন্তে ঐ মোৱামৰা মহন্তৰ ভেদাভেদ মন্ত্ৰণাৰ কথা স্বৰ্গদেৱত জনাই আছিল যে তেওঁলোকে অথচ মোৱামৰা মহন্তেই স্বৰ্গদেৱক খেদি দেশ লবৰ মন কৰিছে। ২১৫ ॥

দিহিঙ্গৰ মহন্ত

পাচে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে এই কথা নিশ্চয় জানি তিনি জনা ডাঙ্গৰীয়া সহিতে যুক্তি কৰি শত্ৰু প্ৰবল নৌহওঁতে দমন কৰা ভাল বুলি ঠায়ে ঠায়ে যিসকল মোৱামৰাৰ ভকত লোক আছে সেইসকলক মাৰক, আৰু প্ৰবলসকলক বুদ্ধিৰে বশীভূত কৰক, এই আজ্ঞা কৰিলে। সেই আজ্ঞানুসাৰে দেশৰ ঠাই ঠাই যি মোৱামৰীয়া আছিল প্ৰকাৰন্তৰে মাৰিলে আৰু প্ৰকাৰন্তৰে দমন কৰিলে। সেহেতুকে সাম্য হৈ থাকিল। ২১৬ ॥

মোৱামৰীয়া দমন

পাচে ক্ৰমে স্বৰ্গদেৱে দেবৰগাৱঁৰ ন দ'ল তৈয়াৰ কৰালে ও হল। এনেতে নৰিয়া পৰি দেবৰগাৱঁৰ বাহৰতে ১৬৯১ শকৰ ২০ জৈষ্ঠ কৃষ্ণা দশমীত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ স্বৰ্গী হল, ভোগ ১৭ বৎসৰ ৭ মাহ ২১ দিন। তেত্ৰিশ জনা ৰাজা গত। ২১৭ ॥

দেবগাৱঁৰ দ'ল

পাচে এওঁ ৰাজা মৰণান্তে এওঁজনা ৰাজাৰ ভায়েক ১৬৯১ শকৰ ২১ জৈষ্ঠত ৰাজা হল। পাচে শিঙ্গৰিঘৰ উঠি চুন্যেউফা নাম ললে। হিন্দুমতে লক্ষ্মীসিংহ নাম হল। এবং পৰ্ব্বতীয়া গোসাঁইৰ শিষ্য নহল। এই দেশী ৰামানন্দ আচাৰ্য্যত মন্ত্ৰ লৈ শিষ্য হল। ক্ৰমে, অনেক বৃত্তি-বিধান দি পছমৰীয়া গোসাঁই নাম দিলে। এওঁৰো ঘৰৰে নগোসাঞিও নাম চলিল। ২১৮ ॥

লক্ষ্মীসিংহ

পাচে ঐ শকৰে আঘোণত মোৱামৰীয়াৰ নাহৰ খোৰা ও ৰাঘ মৰাণ দুয়েই মুখ্য হৈ আহি পূৰ্ব্বে খেদি থোৱা ৰবৰজনা গোহাঞিদেৱক আগত লৈ দেখাই বিনা ৰণে নগৰ জিনি লৈ খোৰাৰ পুতেক ৰমাকান্ত ৰাজা হল, ৰাঘ বৰবৰুৱা হল। পাচে লক্ষ্মীসিংহ স্বৰ্গদেৱক জয়সাগৰৰ বৰদ'লতে কয়েদ কৰি থলে। এই-জনা লক্ষ্মীসিংহ স্বৰ্গদেৱৰ প্ৰথম আমোলতে কুৰৈগয়াঁ ভগি বুঢ়া-গোহাঞি ও মাতুৰিয়াল ববজনা বৰগোহাঞি ও মৰাণৰ পাতৰ বৰপাত্ৰ-গোহাঞি ও কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰ বৰপাত্ৰ ও বকতিয়াৰ ভদ্ৰসেন, কীৰ্ত্তিচন্দ্ৰ ও সন্দিকৈৰ আদাবৰীয়া শিবনাথ বৰবৰুৱা ও দিহিঙ্গীয়াৰ কাশী ১, লাহন ১, ক্ৰমে বৰফুকন আছিল। ২১৯ ॥

মৰাণৰ প্ৰভাব

কিন্তু মোৱামৰাৰ ৰমাকান্ত ৰজা হৈ ঐ কুৰৈগয়াঁ ভগি বুঢ়াগোহাঞি ও ঐ মাতুৰিয়াল ববজনা বৰগোহাঞি, দুয়ো জনা ডাঙ্গৰীয়াক মাৰিলে। বকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক শালত দিলে, পুতেকহঁতক কাটিলে। ২২০ ॥

বিষয়াৰ বিপদ

আৰু ৰমাকান্ত ৰজা হৈ স্বৰ্গদেৱৰ ৮ চুকীয়া মোহৰ দেখি আমাৰ ভেদ হব লাগে বুলি ৯ চুকীয়াকৈ মোহৰ মাৰিলে। ২২১ ॥

ন-চুকীয়া মোহৰ

পাচে লক্ষ্মীসিংহ স্বৰ্গদেৱে সকলোৰে আলচি ঐ ১৬৯১ শকৰ চৈত্ৰৰ বিহুত ৰাঘ ও ৰমাকান্ত ৰজা ও খোৰাক ধৰি সকলোকে মাৰি স্বৰ্গদেৱে নগৰ ললে। সেই আপাহতেই কুৰৈগয়াঁৰ ঘনশ্যাম বুঢ়াগোহাঞি হল। ও বাইলুঙ্গ বৰগোহাঞি হল, এৱেই ৰাজমন্ত্ৰীও হল। মৰাণৰ বৰপাত্ৰ হল। বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱা হল। এই ৰূপেই সকলোৱে ঐ মোৱামৰা মহন্তক সপৰিবাৰে ধৰি আনি মাৰিলে। মোৱামৰীয়াও বহুত এই সময়তে মাৰিলে। আৰু ঠায়ে ঠায়ে যত আছিলে মাৰিলে। কোনো ঠাই আজিলৈকে মোৱামৰানামে খ্যাত আছে। ২২২ ॥

আহোমৰ প্ৰভাব

পাচে ঐ মৰাণৰ পুতেক বৰপাত্ৰ হল। এওঁৰ পাচত কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰ বৰপাত্ৰ হল। ও ভদ্ৰসেনৰ পাচত সন্দিকৈৰ আদাবৰীয়া বৰবৰুৱা হল। ও দিহিঙ্গিয়াল কাশী ১, লাহন ১, এই দুই ক্ৰমে বৰফুকন হল। আৰু স্বৰ্গদেৱে দেবৰগাৱঁৰ ন দ'ল উছৰ্গা কৰি গড় ভিতৰতে নিজ দেৱতাৰ পূজা কৰিবৰ কাৰণে স্বৰ্গদেৱে এটা তামৰ ঘৰ কৰিলে, আৰু ৰাজমাও-দেৱে দ'ল এটা কৰালে। তেওঁৰ নামেৰেই ৰংপুৰত বগীদ'ল নাম হল। ২২৩॥

বগী দ'ল

আৰু ৰংপুৰ নগৰৰ ভিতৰতে ঈশান কোণত ফুলনি বাৰী পাতি দ'ল পুখুৰী কৰি দেৱালয় পাতিলে। এবং ঐ ৰামানন্দ আচাৰ্য্য পহুমৰীয়া গোসাঞিৰ পুত্ৰ ডেকা গোসাঞি বৰজনাই দ'ল পুখুৰী কৰি গৌৰীবল্লভ নামে দেৱালয় কৰিলে। পাচে স্বৰ্গদেৱে গুৱাহাটীৰ অশ্বক্ৰান্ত নাম জনাৰ্দ্দনৰ দ'ল কৰি উজনিত ৰুদ্ৰসাগৰ দেৱালয়ৰ পুখুৰী ও দ'ল কৰি নৰিয়া পৰি নিজ পুত্ৰ লোকনাথ গোহাঞিদেৱক যুৱৰাজ পাতি ১৭০২ শকৰ ৩০ আঘোণ কৃষ্ণা প্ৰতিপদ তিথিত স্বৰ্গদেৱ লক্ষ্মীসিংহ স্বৰ্গী হ'ল, ভোগ ১১ বছৰ ৬ মাহ ১০ দিন। চৌত্ৰিশ জনা ৰাজা গত। ২২৪॥

ৰংপুৰত দ'ল পুখুৰী

এওঁ ৰাজা মৰণান্তে এওঁৰ পুত্ৰ লোকনাথ গোহাঞিদেও যুৱৰাজেই ১৭০২ শকৰ ১ পৌষত ৰজা হৈ শিঙ্গৰিঘৰ উঠি চুহিত্পংফা নাম ললে। হিন্দুমতে গৌৰীনাথসিংহ নাম হল। এওঁ ৰাজাৰ দিনত কুৰৈগঞা ঘনশ্যাম ও পূৰ্ণানন্দ বুঢ়াগোহাঞি হল। আৰু এইজনা ৰাজাদেৱৰ দিনতে বাইলুঙ্গ বৰগোহাঞিক মাৰিলত ৰুদ্ৰেশ্বৰ বৰপাত্ৰই ৰাজমন্ত্ৰী হল। মাদুৰিয়ালৰ সৰুজনা ভিচোনাৰায়ণ, এওঁকে নামদাঙ্গৰ কোঠ ভাঙ্গি মোৱামৰীয়াই কাটিলত পুতেক নিৰ্ভয়-নাৰায়ণ ১, ছটাই-অলীয়া গঙ্গাৰাম ১, এই তিনি জনা ক্ৰমে বৰগোহাঞি হল। ২২৫॥

গৌৰীনাথসিংহ

পৰে গঙ্গাৰামক ভাঙ্গি ১৭১৫ শকৰ চৈত্র মাহত নির্ভয়নাৰায়ণে আকৌ বৰগোহাঞি হল। পাচে ১৭০৪ শকৰ ২ বৈশাগত ৰাত্রি শিঙ্গৰিঘৰত মোৱামৰীয়াই জুই দিয়াত রুদ্রেশ্বৰ বৰপাত্র ডাঙ্গৰীয়া পলাই ভটীয়াই গোহাটীলৈ গলত ডাঙ্গৰীয়া ভাঙ্গিলে, এবং ৰাজমন্ত্রী বাব ঐ ঘনশ্যাম বুঢ়াগোহাঞি ডাঙ্গৰীয়াক দিলে। এই সময়তো মোৱামৰীয়া বহুত মৰিলে। ৬ মাহৰ পৰে পুনৰ ঐ রুদ্রেশ্বৰকে বৰপাত্র পাতিলে। ঐ ঘনশ্যাম বুঢ়াগোহাঞি মৰিলত সেই ৰাজমন্ত্রী বাবে সহিতে পুতেক পূর্ণানন্দ ডেকাজনা বুঢ়াগোহাঞি হল। আদাবৰীয়াক বৰবৰুৱা ভাঙ্গি খেদিলত নামতিয়াল সন্দিকৈৰ ভাগতী ১, বকতিয়ালৰ জয়নাথ ১, লাহনৰ বাছকটীয়া ১, এই তিনি ক্রমে বৰবৰুৱা হল। তুৰবাৰ সেনাপতি হৰনাথ ১, সন্দিকৈৰ গগৈ ১, এই দুই ক্রমে বৰফুকন হল। ২২৬॥

শিঙ্গৰিঘৰত জুই

এইজনা স্বর্গদেৱ অথচ গৌৰীনাথ সিংহ স্বর্গদেৱ ঐ পহুমৰীয়া আচার্য্য ৰমানন্দৰ পুত্র মধ্যম জনাত মন্ত্র লৈ শিষ্য হল। পাচে স্বর্গদেৱে রুদ্রসাগৰৰ দ'ল পুখুৰী উছর্গা কৰিলে। ও বৈমাতৃ ৰাজমাওদেৱে নাফুকত ৰাজমাও দ'ল কৰালে। ও গড়মূৰৰ বাহৰ কৰালে। পাচে ১৭০৯ শকৰ মাঘত পূর্ব্ব শত্রু মোৱামৰীয়াই পুনৰ উজনিখনি দেশ ললে। এবং স্বর্গদেও ৰংপুৰ নগৰত থকাত ৰাত্রিত হঠাৎ জুই দিয়াতে স্বর্গদেও ভটীয়াই নগাবঁত সোমাল, তাতে নগাঞাইঁতে সমাদৰ কৰি ৰখাতো স্বর্গদেৱে কোনো সংশয় কৰি তাখো পৰা ভটীয়াই গুৱাহাটীলৈ গল। ২২৭॥

স্বর্গদেৱৰ পলায়ন

বুঢ়াগোহাঞি ডাঙ্গৰীয়া ও বৰপাত্র ডাঙ্গৰীয়াই উজনিত মোৱামৰীয়া সহিত ৰণ কৰি ফুৰাতে বৰপাত্র ডাঙ্গৰীয়াক মোৱামৰীয়াই কাটিলত স্বর্গদেৱে অনিক বৰপাত্র পাতিলে। বুঢ়াগোহাঞি ডাঙ্গৰীয়াই এই ৰণলৈকে বিবুধি-গড় বান্ধি ৰণ কৰি আছিলে। এনেতে গোহাটীত গগৈ বৰফুকন পলাই গলত দিহিঙ্গীয়াৰ মেধি ১, দুৱাৰৰ শিবনাথ ১, বুঢ়াচেটিয়া ১, তুৰবাৰে ঐ সেনাপতি

বিবুধি-গড়

হৰনাথ বৰফুকনৰ পুত্ৰ ঘিণাই বদনচন্দ্ৰ ১, ক্ৰমে এই চাৰি বৰফুকন হল। ২২৮॥

পাচে স্বৰ্গদেৱে মোৱামৰীয়াক বলে নোৱাৰিম হেন জানি গুৱাহাটীৰে পৰা কোম্পানী ঘৰলৈ গুৱাহটীয়া বিকা মজুন্দাৰ ও দত খাওন্দ, দুইক উকিললৈ পঠাই কলিকতাত' গবৰ্ণৰ-জানেৰেল চাহেবক জনাই 'ফৌজ সহিতে মেজেৰ ওৱালিছ কাপ্তান চাহাবক আনি উজাই আহি ১৭১৫ শকৰ চৈত্ৰ মাহত মোৱামৰীয়াক খেদি নি ৰংপুৰ নগৰ লৈ ১৭১৬ শকৰ শাওণ মাহত যোৰহাট বাহৰলৈ আহিল। ২২৯॥

কলিকতাত আহোম উকিল

ঐ ওৱালিছ কাপ্তান চাহেবে আফুৰ গুটি আনি খেতি কৰিবৰ শিকোৱাত খেতি কৰি কানি কৰিলে। তাৰ পৰাহে আফু খেতি কৰি কানি খাব ধৰিলে, ততপূৰ্ব্বে নাছিল। পাচে স্বৰ্গদেৱে যোৰহাট বাহৰতে নৰিয়া পৰি ১৭১৭ শকৰ ২২ শ্ৰাবণ কৃষ্ণা চতুৰ্থীত গৌৰীনাথ স্বৰ্গদেৱ স্বৰ্গী হল, ভোগ ১৪ বৎসৰ ৭ মাহ ২২ দিন। পয়ত্ৰিশ জনা ৰাজা গত। অথঃ নবম আধ্যা সমাপ্ত। ২৩০॥

কানিৰ প্ৰচলন

---

# দশম অধ্যায়



## স্বৰ্গদেৱ কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তসিংহ।

কমলেশ্বৰসিংহ

এওঁ গৌৰীনাথসিংহ ৰাজা মৰণান্তে অন্য কাকো ৰাজা হবৰ যোগ্য হেন নেদেখি পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়া প্ৰভৃতিয়ে লাই অথচ ৰুদ্ৰসিংহ মহাৰাজাৰ ভাতৃ লেচাই নামৰূপীয়া ৰাজাৰ পুত্ৰ আয়ুসূত গোহাঞি তৎপুত্ৰ কদম দীঘলা-গোহাঞি তৎপুত্ৰ কিনাৰাম গোহাঞিদেৱকে যোগ্য হেন জানি আনি ১৭১৭ শকৰ ২৩ শ্ৰাবণত ডাঙ্গৰীয়া প্ৰভৃতি সকলোৱে ৰাজা পাতি সেৱা কৰিলে। ২৩১ ॥

হেংলাং

আৰু শিঙ্গৰিঘৰত নুঠিলে সিংহাসনত বহিব নাপায় কাৰণে প্ৰথমে ৰাজা হোৱাত বাঁহৰ চাৰিচুকীয়া খুৰা লগা হেংলাঙ্গত কাপোৰ পাৰি ৰজা পাতিব লগা জনা গোহাঞিদেৱক তাতে তুলি ডাঙ্গৰীয়াসকলত স্বৰ্গী হোৱা জনা ৰাজাদেৱৰ আজ্ঞা কৈ বৰবৰুৱাই কয় যে, শেষ কালত স্বৰ্গদেৱে এইজনা গোহাঞি-দেৱতে ৰাজ্যভাৰ দি গৈছে; দেওসকলে সেৱা কৰক; এই ৰূপে প্ৰণালী-মতে বৰবৰুৱাই কলেই ডাঙ্গৰীয়াসকলে সেৱা কৰি ৰজা পাতে। ২৩২ ॥

বৰবৰুৱা বৰ্জ্জন

কিন্তু এই গৌৰীনাথসিংহ স্বৰ্গদেও স্বৰ্গী হবৰ দিনাই লাহনৰ ঐ বাচকটীয়া বৰবৰুৱাক ধৰি দণ্ড কৰিলে। এই হেতুকে বৰবৰুৱা নাইকিয়া হলত বৰবৰুৱাৰ কৰ্ত্তব্য কৰ্ম্মখিনি ৰজা পতা কালত কাকতীয়াৰ শিবনাথ তামূলীফুকনৰ দ্বাৰা কৰালে। পাচে ৰজাদেও শিঙ্গৰিঘৰ উঠিবলৈ নহল দেখি আহোম-মতে নাম নহল। হিন্দুমতে কমলেশ্বৰসিংহ নাম হল; বাপেক কদম দীঘলা-গোহাঞি চাৰিঙ্গীয়া ৰজা হল। ২৩৩ ॥

আৰু এইজনা স্বৰ্গদেৱৰ দিনতে পূৰ্ণানন্দ বুঢ়াগোহাঞি, ও নিৰ্ভয়-নাৰায়ণক ভাঙ্গি গঙ্গাৰাম বৰগোহাঞি হল। এওঁকো ভাঙ্গি কপৌমৰীয়া নৰহৰি বৰগোহাঞি হল, ও অনিক ভাঙ্গি কেন্দু-গুৰীয়া ৰুদ্ৰেশ্বৰৰ পুতেক দুৰ্গেশ্বৰ বৰপাত্ৰ হল। সন্দিকৈৰ ভদৰি ১, দুৱৰাৰ শ্ৰীনাথ ১, এই দুই ক্ৰমে বৰবৰুৱা হল। সন্দিকৈৰ গেন্ধেলা ৰাজখোৱাই কলীয়াভোমোৰা দ্বিতীয় নামে বৰ-ফুকন হল। ২৩৪ ॥

বিষয়া-সলনি

কামৰূপত হৰদত্ত বুজৰবৰুৱাই অন্যান্য বৰকাঠ ও চৌধাৰী কতেকক মাৰি-কাটি বশঙ্গত কৰি গোহাটীত বৰফুকনক খেদি বৰফুকন হৈছিল। পাচে কলীয়াভোমোৰা বৰফুকনে প্ৰকাৰন্তৰে ধৰি হৰদত্তাদি দ্বন্দিয়া মাৰি কামৰূপ চাফ কৰাত স্বৰ্গদেৱে প্ৰতাপবল্লভ নাম দিলে। এওঁৰে তৃতীয় নাম প্ৰতাপবল্লভ হল। ২৩৫ ॥

হৰদত্তৰ পৰাভৱ

এইজনা ৰাজাদেৱৰ দিনতে পৰদেশী চিপাহী চাকৰ ৰাখি ও দেশী চিপাহীও শিকাই তৈয়াৰ কৰে। আৰু পাথৰ-কলাই বন্দুক কতক কিনি আনি গুৱাহাটী ও যোৰহাট দুয়ো ঠাইত দেশীয় বিদেশীয় মিলাই পল্টন খাৱা কৰে, ও বুঢ়াগোহাঞি-পৰীয়া চন্দ্ৰা গোহাঞিক পল্টনৰ কাপ্তান পাতে। তাৰে পৰাহে কাপ্তান-গোহাঞি নাম হল। ২৩৬ ॥

পল্টন গঠন

পাচে ১৭১৮ শকত উজনিত খাম্‌টিৰ ৰণ ওলালত ফৌজে গৈ ৰণ জিকি খাম্‌টিৰ বুঢ়া ৰজাক কিছু খাম্‌টি সহিতে ধৰি আনিলে। পৰ বছৰ চন্দ্ৰকান্ত দেৱতা জন্মে। পাচে ১৭২১ শকত আহিনৰ শুকুলা পঞ্চমীত চাৰিঙ্গীয়া ৰজাদেও লোকান্তৰ গমন কৰে। সেহেতু চন্দ্ৰকান্ত দেৱতাই চাৰিঙ্গীয়া ৰাজা হল। ২৩৭ ॥

যুবৰাজ চন্দ্ৰকান্ত

পাচে ১৭২৪ শকত কছাৰী ৰণ হল। এই ৰণতে অনেকটি চিপাহী ও বন্দুক লোকচান হল। তথাপি এই ৰণতে স্বৰ্গদেৱৰ জয় হল। পাচে ঐ শকৰ পুহ মাহে ৰজা, বুঢ়াগোহাঞি ডাঙ্গৰীয়া, দুইকো ধৰা-মৰা মনস্থেৰে মন্ত্ৰণা

পানীমুৱাৰ ধৰৱ

কৰা পানীমুৱা প্ৰভৃতি বহুলোকক ধৰি পূৰ্ণানন্দ ডাঙৰীয়াই মাৰিলে। ২৩৮ ॥

পাচে ঐ ৰণত চিপাহী ও সৰঞ্জাম লোকচান, তাকে আনিবৰ নিমিত্তে ১৭২৫ শকত কাকতীয়াৰ বলোৰাম খঙ্গীয়া ফুকনক উকিলকৈ চলিহাৰ

কোম্পানীৰ পৰা বন্দুক বাৰুদ

ভূধৰ চাংকাকতী ও গোবিন্দৰাম শৰ্ম্মা খাওন্দ ও তম্মুশ্যাম খাওন্দ ও মধু শৰ্ম্মা, কমলাবৰীয়া দোলা-কাখৰীয়া বৰা, এইসকলক লগত দি চহৰ কলিকতাৰ কোম্পানীৰ তৰফ শ্ৰীশ্ৰীগবৰ্ণৰ জেনেৰেল চাহেবৰ হজুৰলৈ পত্ৰ-সন্দেশ সহিতে পঠাই বন্দুক বাৰুজ গোলা ও চিপাহী, ইয়াকে অনালে। ২৩৯ ॥

এই আপাহতে খঙ্গীয়া ফুকনক পল্টনৰ দ্বিতীয় কাপ্তান পাতিলে। আৰু কলীয়াভোমোৰা বৰফুকনে স্বৰ্গদেৱৰ আজ্ঞানুসাৰে গুৱাহাটীৰ

আগি দ'ল

কামাখ্যাত তামৰ ঘৰ এটি কৰিলে ও ছত্ৰাকাৰত দেৱালয় কৰিলে। আৰু স্বৰ্গদেৱে যোৰহাটতে ন বাহৰ কৰিলে, ও ভোগদৈ নদী খনালে। হাতীখোক বান্ধি কিছো হাতী ধৰালে এবং ন আলি আৰু ৰজা-বাহৰৰ আলি, মহেবন্ধা আলি, কমাৰেবন্ধা আলি, চুচন্দেবন্ধা আলি, এই কেইটা আলি বন্ধালে। আৰু গৌৰীনাথসিংহ স্বৰ্গদেৱৰ পৰ্ব্বতীয়া আইকুঁৱৰীদেৱে চেউনি আলিৰ ওচৰতে এক পুখুৰী কৰালে। পাচে বসন্ত পীড়া হৈ ১৭৩২ শকৰ ৫ মাঘ কৃষ্ণা সপ্তমীত কমলেশ্বৰসিংহ স্বৰ্গী হল, ভোগ ১৫ বৎসৰ ৫ মাহ ১৩ দিন। ছয়ত্ৰিশ ৰাজা গত। ২৪০ ॥

এওঁ কমলেশ্বৰসিংহ স্বৰ্গদেৱ মৰণান্তে এওঁৰ ভায়েক চন্দ্ৰকান্ত চাৰিঙ্গীয়া ৰাজাদেৱেই ১৭৩২ শকৰ ৬ মাঘৰ পৰা ৰাজা হল। শিঙৰি-

স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ

ঘৰ উঠিবলৈ নহল দেখি অহমমতে নাম নহল। হিন্দুমতেই চন্দ্ৰকান্তসিংহ নাম হল। এওঁ ৰাজা-দেৱৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঞি ও কপৌমৰীয়া নৰহৰি বৰগোহাঞি ও কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰৰ পুতেক দুৰ্গেশ্বৰ বৰপাত্ৰ আছিল। সন্দিকৈৰ গেন্ধেলা ৰাজখোৱাই কলীয়াভোমোৰা দ্বিতীয় নামে, ও প্ৰতাপবল্লভ

তৃতীয় নামে বৰফুকন, ও শ্ৰীনাথ বৰবৰুৱা আছিল। এওঁ ৰাজাদেৱে ন বাহঁৰতে পুখুৰী খন্দাই উছৰ্গি বিষ্ণুসাগৰ নাম দিলে। এবং হাতী-গড়ৰ ওচৰতে বুঢ়াগোহাঞি ডাঙ্গৰীয়াও এক পুখুৰী খন্দালে। আৰু এইজনা স্বৰ্গদেৱৰ দিনতে প্ৰতাপবল্লভ বৰফুকন মৰিলত তুৰৰাৰ বদনচন্দ্ৰ বৰফুকন হল। ২৪১ ॥

এইজনা স্বৰ্গদেৱে বেঙ্গেনাআটীয়া সত্ৰৰ ভকতৰ জীয়ৰী পদ্মাৱতী নামক ছোৱালী এটী চক্ষুত লগা দেখি নাচনীয়াৰ কৰি ৰাখিলে। পৰে যুৱত হোৱাতে লিগিৰী কৰি চাঙ্গত তুলিলে। পাচে স্বৰ্গদেৱে ভাল পাই কুঁৱৰী পাতিবৰ মনস্থ কৰিলে। ২৪২ ॥

পদ্মাৱতী কুঁৱৰী

কিন্তু কুঁৱৰী পাতিবৰ হলে ডাঙ্গৰীয়াসকলৰ সন্মতি লব লাগে। বুঢ়াগোহাঞি ডাঙ্গৰীয়াত সোধাত ডাঙ্গৰীয়াই এইমত কলে বোলে, স্বৰ্গদেও, কুঁৱৰী পাতিব লাগিলে গোহাঞি-পৰীয়া আহোম অথবা চাৰি-ঘৰীয়া অথচ লাহন ও সন্দিকৈ ও দিহিঙ্গীয়া ও তুৰৰা আহোমৰ ছোৱালী আনি কুঁৱৰী পতাৰ নিয়ম আছে। সেই অনুসাৰে তেওঁলোকৰ ঘৰৰ ছোৱালী আনি কুঁৱৰী পতা শ্ৰেয়স্। অতি সামান্য ভকতৰ জীয়ৰী, বিশেষ হিন্দুৰ জীয়ৰী, এতেকে বৰকুঁৱৰী ও পৰ্ব্বতীয়া কুঁৱৰী ও ৰাইডঙ্গীয়া কুঁৱৰী পতা ভাল নহয়। তথাপি যদি স্বৰ্গদেৱে কুঁৱৰী পাতিবৰ মনস্থ কৰিছে চমুৱা কুঁৱৰীকে পাতক; এই কথা কলে। পৰে স্বৰ্গদেৱে ডাঙ্গৰীয়াৰ কথা নুশুনি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। কিন্তু ডাঙ্গৰীয়াই সেই কুঁৱৰীক সেৱা নকৰিলে। ২৪৩ ॥

বুঢ়াগোহাইৰ প্ৰতিবাদ

সেই দেখি পৰ্ব্বতীয়া কুঁৱৰী ডাঙ্গৰীয়া প্ৰতি অন্তঃকৰণে কোপ হৈ থাকিল, যেহেতু স্ত্ৰীসকলৰ দুৰন্ত গতি, আপোনাৰ মনোনীত কৰ্ম্ম কোনোমতেই সাধন কৰাত ক্ৰটি নকৰে। ক্ৰমে স্বৰ্গদেৱত কব ধৰিলে যে, "আপুনি নামমাত্ৰ ৰাজা, বুঢ়াগোহাঞিহে ৰাজা।" এবং প্ৰকাৰে নানাৰকম কথা ৰাজাদেৱত জনাই মন বিহবালে। এনেতে কুকুৰাচোৱা বৰা ভূতৰ পুতেক সৰ্ব্বাম স্বৰ্গ-

ভূতৰ পুতেকৰ খবৰ

দেৱৰ প্ৰধান বল্লভ হৈ চাৰিঙ্গীয়া ফুকন হল। এবং দৈচুঙ্গীয়া বামুণ জগধৰ, চাৰিঙ্গীয়া বৰুৱা, ও বদনচন্দ্ৰ বৰফুকন প্ৰভৃতি কিছো লোক ঐ বৰফুকন সহিতে এক-পৰামৰ্শী হৈ ৰাজমন্ত্ৰী বুঢ়াগোহাঞি পূৰ্ণানন্দ ডাঙ্গৰীয়াক নষ্ট কৰিব খোজাত পূৰ্ণানন্দ ডাঙ্গৰীয়াই বুজ পাই ১৭৩৬ শকৰ আষাঢ় মাহত ঐ চাৰিঙ্গীয়া ফুকন প্ৰভৃতি সেই পৰামৰ্শী লোকসকলক ধৰি বৰচৰাতে তিনিও ডাঙ্গৰীয়া বৰবৰুৱা সহিতে ফুকন-সকলো বহি সোধ পাতি দণ্ডবন্ধ কৰিলে। এবং ভূতৰ পুতেক সংৰাম চাৰিঙ্গীয়া ফুকনে ডাঙ্গৰীয়াক মাৰিবৰ মন্ত্ৰণা কৰাদি সকলো কথা প্ৰকাশ ও কবুল কৰিছিল। ডাঙ্গৰীয়া এওঁকো প্ৰাণ বধ কৰাৰ মনস্থ আছিল। কিন্তু স্বৰ্গদেৱে অগত্যা বধ দি প্ৰাণদণ্ড নকৰাৰ কাৰণ ডাঙ্গৰীয়াক সমৰ্পণ কৰাতে দণ্ড নকৰি হাবিত ৰখীয়া দি ৰাখি পাচে কতো দিনৰ পাচত নগাৰ দ্বাৰা খোচাই মৰালে। ২৪৪॥

পৰে ১৭৩৭ শকৰ আহিন মাহত গোহাটীৰ পৰা ঐ বদনচন্দ্ৰ বৰফুকন বুঢ়াগোহাঞি ডাঙ্গৰীয়াত ভয়েৰে পলাই বঙ্গাল দেশলৈ গল।

পূৰ্ণানন্দৰ প্ৰতাপ

তেওঁৰ কামত দিহিঙ্গিয়ালৰ ঘনশ্যাম ন-ফুকন বৰফুকন হল। পৰে ১৭৩৮ শকৰ কাৰ্ত্তিক মাহে দুৰ্গেশ্বৰ বৰপাত্ৰ ডাঙ্গৰীয়াও পলাই বঙ্গাল দেশলৈ গৈ মৃত্যু হল। ২৪৫॥

পাচে স্বৰ্গদেৱে এনে বুজিলে যে, আশ্ৰিত লোকসকলো বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ প্ৰতাপতে ৰক্ষা নপৰিল, কিজানি মোকো ধৰে; এনে ভাবি

মানদেশত বদনচন্দ্ৰ

বদনচন্দ্ৰ বৰফুকনলৈ গোপনে মানৰ দেশলৈ যাই কিছু ফৌজ আনিবৰ কৈ পঠালে। বদনচন্দ্ৰ বৰফুকনে ভাটীৰ পৰা ছিলহট্যেদি গৈ মানৰ দেশ ওলাই ব্ৰহ্মা অথচ মানৰ ৰজাৰ আগত কলে যে, পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙ্গৰীয়াই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক গুচাই বুঢ়াগোহাঁয়ে ৰজা হৈছে। এতেকে ভাই-ৰাজা, মোক অনুকূল কৰি কিছো ফৌজ পঠাই মোক স্থাপন কৰক। ২৪৬॥

এই কথা বৰফুকনৰ মুখে মান-ৰজাই শুনি কিছো ফৌজ দি এই আজ্ঞা কৰিলে, যদি বুঢ়াগোহাঞি ডাঙ্গৰীয়াই ৰাজা ভাঙ্গি নিজে ৰজা হৈছে তবে ৰাজাক স্থাপন কৰি ডাঙ্গৰীয়াক ধৰি আনিব। যদিহে বৰফুকনে মিছা কথা কৈছে সেনা ফৌজ নিয়ে তেওঁকে লৈ আহিব। ২৪৭ ॥

মান-ৰজাৰ সহায় দান

পৰে মানৰ ফৌজ সহিতে বদনচন্দ্ৰ বৰফুকন উজনি শদিয়াদি ওলাল। বুঢ়াগোহাঞি ডাঙ্গৰীয়া কিছো দিনৰ পূৰ্ব্বৰে পৰা বাত বেদনাৰ নৰিয়া দেখি নিজে ৰণলৈ যাব নোৱাৰি মান অহা শুনি যুদ্ধ কৰিবলৈ বেৰস্থাকৈ ফৌজ পঠাই ১৭৩৮ শকৰ চৈত্ৰ মাহত ডাঙ্গৰীয়াও মৃত্যু হল। পাচে স্বৰ্গদেৱে ডাঙ্গৰীয়াৰ বৰপুতেক ৰুচিনাথক ৰাজমন্ত্ৰী-বাবে সহিতে বুঢ়াগোহাঞি পাতিলে। কিন্তু বুঢ়াগোহাঞি হৈ কেইদিন মানহে আছিল। ২৪৮ ॥

বুঢ়াগোহাঁইৰ মৃত্যু

এনেতে বদনচন্দ্ৰ বৰফুকনে চলেৰে যুদ্ধ কৰিবলৈ যোৱা ফৌজখিনি ধৰি লৈ আহি যোৰহাট পাব লগা হলত ৰুচিনাথ ডাঙ্গৰীয়াই স্বৰ্গদেৱে সহিতে গোহাটীলৈ যাবলৈ জনোৱাত সম্মত নহল। পাচে ডাঙ্গৰীয়াই স্বৰ্গদেৱৰ মনস্থ মতে বদনচন্দ্ৰ বৰফুকনে আমাৰ ঘৰলৈহে মান আনিছে হেন বুজি স্বৰ্গদেৱক নগৰতে এৰি ডাঙ্গৰীয়া সপৰিবাৰে ভটীয়াই গোহাটীলৈ গল। সেই সময়তে বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ খাটনীয়াৰ কতো কতো লোক ভটীয়াই গোহাটী আৰু স্থানে অন্তৰ হল। ২৪৯ ॥

ৰুচিনাথৰ পলায়ন

পাচে মান সহিতে বৰফুকন আহি যোৰহাট নগৰত স্বৰ্গদেৱক সাক্ষাৎ কৰি বুঢ়াগোহাঞি ডাঙ্গৰীয়াৰ ঘৰ লুৰি দ্ৰব্য-বস্তু, ৰাজহ লৈ আনিলে। আৰু ঐ অনিৰ ভায়েক ধনীক বৰপাত্ৰ পতালে। ও কপৌমৰীয়া নৰহৰিক ভাঙ্গি ঐ নিৰ্ভয়নাৰায়ণক ৰাজমন্ত্ৰী-বাবে সহিতে বৰগোহাঞি পতালে। শ্ৰীনাথক ভাঙ্গি সন্দিকৈৰ ধনীক বৰবৰুৱা পতালে। ২৫০ ॥

অসমত মান

বদনচন্দ্র বৰফুকন নিজে মন্ত্রী-ফুকন হৈ বুঢ়াগোহাঞিৰ খঙেৰে যি যি লোকলৈ খেপ আছিল বুঢ়াগোহাঞি ফলীয়া বুলি কিছো লোকক ধৰি ও স্থানান্তৰ হোৱা কিছো২ লোকক ছল-চক্রান্তে নি চক্ষু, নাক, কাণ কাটি দণ্ডবন্ধ কৰিলে। সেই সময় বদনচন্দ্র বৰফুকনেই প্রায় ৰাজক্ষমতাৰ কৰ্ম্ম কৰিছিল, কেৱল ৰাজা নামমাত্র আছিল। স্বৰ্গদেৱেও ঐ বদনচন্দ্র বৰফুকনৰ যুক্তি-মন্ত্রণাতে চলিছিল। বৰফুকনে কোন ২ কথা স্বৰ্গদেৱত জনায়, কোন ২ নজনোৱাকৈয়ে কৰিছিল, যেহেতু বৰফুকন স্বৰ্গদেৱৰ প্রধান বল্লভ আছিল। ২৫১ ॥

বদনৰ বিক্রম

সে যাহক, পাচে স্বৰ্গদেৱে মানৰ ৰজাৰে মিত্রতা থাকিবৰ নিমিত্তে তুঙ্গখঙীয়া ফৈদৰ বগা কোঁৱৰৰ জীয়েকক আনি দুহিত্রী বুলি সালঙ্কৃতাকৈ দোলা, আৰোৱান, লা-লিগিৰী, হাতী, ঘোঁৰা আদি দ্রব্যৰে মান-ৰজালৈ দিলে। অহা মানৰ সেনাপতি-সকলোকে যথাযোগ্য বঁটা-বাহন দি মানৰ ফৌজক বিদায় দিলে। ২৫২॥

মানলৈ দিয়া হেমো আইদেও

পাচে স্বৰ্গদেৱে ৰুচিনাথ ডাঙ্গৰীয়াক আনিবলৈ মানুহ পঠোৱাত ঘৰ-লোৰা আৰু উপাসক কৰা লোকসকলো ৰক্ষা নপৰা শুনি ডাঙ্গৰীয়া নগল। তদপৰ বুঢ়াগোহাঞি ডাঙ্গৰীয়া মন্ত্রী-ফুকনলৈ সংশয় কৰিহে নাহে যেন ভাবি আৰু মন্ত্রী-ফুকনক নষ্ট কৰিলে। অৱশ্যে ডাঙ্গৰীয়া আহিব বুলি ৰাজমাওদেও ও বৰ-গোহাঞি ও বৰবৰুৱাই পৰামৰ্শ কৰি ১৭৩৯ শকৰ শাওণত ৰূপচিং চুপাদাৰৰ হতুৱাই বদনচন্দ্র বৰফুকনক কটাই সৰ্ব্বস্ব লুটিলে। ২৫৩॥

বদন হত্যা

তথাপি ৰুচিনাথ ডাঙ্গৰীয়াই উজাই নাহি দিহিঙ্গীয়া বৰফুকন প্রভৃতি সকলো ফুকন ৰাজখোৱাৰে পৰামৰ্শ কৰি ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পুতেক বজ্রেশ্বৰ সৰুজনা গোহাঞিদেও, তেওঁৰে পুতেক বিজয় বৰমূৰা গোহাঞিদেও, তেওঁৰে পুত্র ব্রজনাথ গোহাঞিদেৱক, ডাঙ্গৰীয়াৰ ভায়েক জগন্নাথ ঢেঁকিয়াল ফুকনক পঠাই

চন্দ্রকান্তৰ ৰাজ্যচ্যুতি

আনি সহায় লৈ তেওঁৰ পুতেকক ৰজা পতা স্থিৰ কৰা চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে শুনি ৰণ কৰিবলৈকে আজ্ঞা কৰি লুখুৰাসনৰ চিকণ তাম্ৰুলীৰ ঘৰৰ লুকু গুৱাহটীয়া ডেকাফুকনক দিলে, এবং যোৰহাটৰ পৰা স্বৰ্গদেও ৰংপুৰ নগৰলৈ গল। পাচে ব্ৰজনাথ গোহাঞিদেও ডাঙৰীয়া সহিতে ফৌজেৰে উজাই আহি ঐ ডেকাফুকনক কাটি আঘোণ মাহত যোৰ-হাটলৈ ঐ টেঁকিয়াল ফুকনক পঠাই ৰংপুৰৰ পৰা যোৰহাট বাহৰলৈ স্বৰ্গদেৱক আনি ঐ ১৭৩৯ শকৰ ৫ ফাগুনত ব্ৰজনাথ গোহাঞিদেৱৰ পুত্ৰ পুৰন্দৰসিংহ'দেৱতাক গড়গয়াঁ, গুৱাহটীয়া সকলোৱে সেৱা কৰি যুৱৰাজ পাতিলে। পৰে সেই ফাগুনৰ ১০ তাৰিখত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক ৰাজা ভাঙ্গি পুৰন্দৰসিংহ যুৱৰাজক ৰাজা পাতি সকলোৱে সেৱা কৰিলে। এই হেতুকে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ ৰাজভোগ ৭ বৎসৰ ১ মাহ ৫ দিন। দশম আধ্যা সমাপ্ত। সাইত্ৰিশ জনা ৰাজা গত। ২৫৪ ॥

## একাদশ আধ্যা



### পুৰন্দৰসিংহৰ পৰা যোগেশ্বৰসিংহলৈকে।

পাচে ভগাজনা ৰজা চন্দ্ৰকান্তসিংহক অঙ্গক্ষত কৰ্ণ কিছু ছেদ কৰি স্থানান্তৰ কৰি যোগান দি থৈ ১৭৩৯ শকৰ ১১ ফাগুনৰ পৰা পুৰন্দৰসিংহ স্বৰ্গদেৱে ৰাজত্ব কৰে। এওঁ ৰাজাৰ দিনতে ঐ অনিৰ ভায়েক ধনীক ভাঙ্গি দণ্ডেশ্বৰ বৰপাত্ৰ ও নিৰ্ভয়নাৰায়ণক ভাঙ্গি বাককিয়ালৰ মালভোগ বৰগোহাঞি,

পুৰন্দৰসিংহ

ও ধনীক ভাঙ্গি সন্দিকৈৰ ঘিণাই বৰবৰুৱা, ও ঘনশ্যামক ভাঙ্গি পুতেক নিগুৰ্ণ বৰফুকন, এইসকল বিষয়া হল। এওঁ বৰফুকনেই ৰাজা হোৱাত কাৰবাৰ কৰা আপাহত পানীজাপিত সোনৰ চূলা দিলে অথচ পালে। ২৫৫ ॥

এনেতে মানৰ ফৌজ গৈ উজান শদিয়া পোৱাত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে সকলো বৃত্তান্ত কৈ পঠোৱাত মানৰ আলুঙ্গমিঙ্গি বৰগোহাঞি মানৰ ফৌজেৰে ফিৰি অহাত মাছখোৱা গড়তে বৰ ৰণ হল। এই ৰণত ৰুচিনাথ বুঢ়াগোহাঞি ডাঙ্গৰীয়া পৰাস্ত হৈ মন্ত্ৰিবৰ্গ সহিত ১৭৪০ শকৰ ২৪ ফাগুনত সপৰিবাৰে ও পুৰন্দৰসিংহ স্বৰ্গদেৱও গোহাটীলৈ গৈ ঐ নিগুৰ্ণক ভাঙ্গি পাতৰৰ গগৈ নফুকনক বৰফুকন পাতি মানৰে ৰণ কৰিবলৈ পঠোৱাত ৰণুৱা কোঠতে নৰিয়া পৰি বৰফুকন খাগৰিজানত মৃত্যু হোৱাত ঐ ঘিণাই বৰবৰুৱাক বৰফুকন ও লাহনৰ গুৱাহটীয়া ডেকাফুকন ভিচোক বৰবৰুৱা পাতি সেই ৰণলৈকে পঠোৱাত পৰাস্ত হৈ গুৱাহাটীৰ পৰাও ভাটী বঙ্গাল দেশলৈ সপৰিজনেও পুৰন্দৰ স্বৰ্গদেও ভাগি গল। এই হেতুকে ভোগ ১ বৎসৰ ১৪ দিন। আঠত্ৰিশ জনা ৰাজা গত। ২৫৬ ॥

মানৰ ২য় আক্ৰমণ

পাচে মানৰ ঐ আলুঙ্গমিঙ্গি বৰগোহাঁয়ে শ্ৰীশ্ৰীচন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক পুনৰ ৰজা পাতি থৈ দেশলৈ গল। এওঁ ৰাজাদেৱে মটকৰ মাটিবৰ বৰসেনাপতিৰ ভায়েক কলিবৰক বুঢ়াগোহাঞি পাতিলে। ও অনিৰ ভায়েক ধনীক বৰপাত্ৰ পাতিলে। ২৫৭ ॥

চন্দ্ৰকান্তৰ ২য় ৰাজত্ব

ঐ নিৰ্ভয়নাৰায়ণক ধৰি আনি স্বৰ্গদেৱৰ দ্ৰোহী বুলি মানে মাৰিলত দিহিঙ্গীয়া কৈদৰ গোবিন্দক বৰগোহাঞি পাতিলে। সন্দিকৈৰ ঐ ধনীক বৰবৰুৱা পাতি স্বৰ্গদেৱৰ দ্ৰোহী বুলি মানে মাৰিলত তুৱৰাৰ যুতকীয়া বৰুৱাক বৰবৰুৱা পাতিলে, এওঁকে ভাঙ্গি খেৰমিয়াল কছাৰীৰ পতালক বৰবৰুৱা পাতিলে।

বিষয়া সলনি

তুৰবাৰ বদনচন্দ্ৰৰ পুতেক জন্মিক বৰফুকন পাতিলে। এওঁকো ভাঙ্গি বকতিয়ালৰ ভদ্ৰচন্দ্ৰক বৰফুকন পাতিলে। এওঁকো ভাঙ্গি লানমাখুৰ লম্বোদৰক বৰফুকন পাতিলে। ২৫৮ ॥

পাচে ঐ বৰবৰুৱাই দিঘলীঘাটত জয়পুৰ নামে এক কিল্লা কৰি মানেৰে যুদ্ধ কৰা মনস্থৰে থকাত মান-ৰজাই স্বৰ্গদেৱলৈ বহুত ৰাজযোগ্য অলঙ্কাৰ দি সজাতি ফুকনে সহিতে মিঙ্গিমহাতিলোৱা বজুক পঠোৱাত তেওঁলোক আহি বৰবৰুৱাৰ ঐ মত প্ৰাৰম্ভ দেখি ছলকৈ ধৰি বৰবৰুৱাক মাৰিলে। এই বাৰ্ত্তা স্বৰ্গদেৱে শুনি বৰবৰুৱাক মৰাত অমিল ৰূপে মান অহা যেন বুজি কলিবৰ বুঢ়াগোহাঞিক ৰণলৈ যাবৰ আজ্ঞা কৰি ঐ ভদ্ৰচন্দ্ৰক বৰবৰুৱা পাতি ১৭৪২ শকৰ ২ চৈত্ৰত স্বৰ্গদেও গুৱাহাটীলৈ গৈ বৰগোহাঞি-পৰীয়া মিৰি সন্দিকৈৰ ধনঞ্জয়ক বৰগোহাঞি পাতিলে, ও ধনী বৰপাত্ৰ মৰিলত খৰাসনক বৰপাত্ৰ পাতিলে। ২৫৯ ॥

মানৰ ৩য় আক্ৰমণ

উজনিত মানে কলিবৰ বুঢ়াগোহাঞি সহিতে ৰণ কৰাত মানে জিকিলে, এবং বুঢ়াগোহাঞিক ধৰি কএদ কৰি থৈ মিল ৰূপে স্বৰ্গদেৱলৈ মিঙ্গিমহাতিলোৱা বজু কটকী পঠালে। তথাপি স্বৰ্গদেৱে সেই কথাত সন্মত নোহোৱাত মানৰ সহিতে ৰণ হল। ৰণত ঠাৰিব নোৱাৰি গুৱাহাটীৰ পৰাও ভাগি বঙ্গাল দেশলৈ গল, এই হেতুকে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ পুনৰ ৰাজভোগ ২ বৎসৰ ৮ দিন হল। ২৬০ ॥

চন্দ্ৰকান্তৰ পলায়ন

পাচে মিঙ্গিমহাতিলোৱাই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ নাথাবৰ দেখি নিৰাশা হৈ ঐ বগাকোঁৱৰৰ পুতেক যোগেশ্বৰসিংহক ১৭৪৩ শকৰ ১২ আঘোণত ৰাজ্য স্থিৰ হবৰ মনস্থৰে লোকদৰ্শক ৰূপে ৰাজা নাম দি নিজে ৰাজত্ব কৰি আছিল। পাচে হাদিৰাচকীৰ পৰা চন্দ্ৰকান্তসিংহ স্বৰ্গদেও ফৌজ ধৰি লৈ গুৱাহাটী আক্ৰমণ কৰি চিৰিঙ্গৰ ৰাধানাথক বৰবৰুৱা পাতি ক্ৰমে ক্ৰমে উজাই ঠায়ে ঠায়ে মানেৰে ৰণ কৰি জিনি মহগড়ৰ ঘাট পালে। ২৬১ ॥

যোগেশ্বৰসিংহ

মানৰো দেশৰ পৰা আৰু বহু ফৌজেৰে মিঙ্গিমহাবান্দুলা বৰগোহাঞি আহি পালেহি। উভয় দলৰে যোৰহাটৰ উত্তৰ মহগড়তে ৰণ হল। এই ৰণতে ঠাৰৰিব নোৱাৰি ১৭৪৪ শকৰ জেঠত চন্দ্ৰকান্ত স্বৰ্গদেও ভাগি ভটীয়াই পৰদেশ পালেগৈ। এখেত বৰগোহাঁয়ে এই দেশৰ খাটি থকা ভাল মানুহখনিত বাজে অপাইকান চমুৱাৰ ঘৰমূৰি ও পাইকানৰ পোৱামূৰি ৫ টকাকৈ বৰগনি ধন তোলাই লৈ দেশলৈ গল। এই শকতে উত্তৰপৰীয়াই মানেৰে ৰণ পতাত মানে ৰণ জিকি বহু মানুহ মাৰিলে। আৰু ঐ ১৭৪৪ শকতে চন্দ্ৰকান্তসিংহ স্বৰ্গদেও বৰুৱা ফুকন সকলোকে এৰি অকলেই বঙ্গালপাৰৰ পৰা স্বইচ্ছাক্ৰমে মানৰ লগলৈ আহি ৰংপুৰ নগৰ সোমাল। কিন্তু মানে ৰাজত্ব নিদি যোগান দি ৰাখিলে। পৰে মিঙ্গিমহাতিলোৱাক ১৭৪৫ শকৰ আহিনত মিঙ্গিমহানান্দক্যাডেঙ্গ মগাউন আহি বদলি কৰিলে। ২৬২ ॥

মহগড়ৰ ৰণ

কিন্তু মানে এই সময়তে দেশত অনেক দুৰ্গতি কৰিলে। অথচ ধনীলোকক ধৰি কএদপূৰ্ব্বক সৰ্ব্বস্ব আগ্ৰহি লৈ যুবতী স্ত্ৰীসকলক হাটে-ঘাটে-বাটে পালেই বলেৰে সতীত্ব নষ্ট কৰি কতো কতো স্ত্ৰী কৰিয়েই ৰাখিলে। আৰু গৃহস্থৰ ঘৰ সোমাই বলেৰে কতো কতোৰ সৰ্ব্বস্ব লুটি সুন্দৰীসকলক বলাৎকাৰ, কতো লৈয়ে যায়, এইসকল দৌৰাত্ম্য সহ্য কৰিব নোৱাৰি অনেক ভাল মানুহ দ্ৰব্যবস্তু সকলকে পৰিত্যাগ কৰি স্থান-স্থানন্তৰে ভাঠী বঙ্গালপাৰ, ৰংপুৰ জিলা ও গোৱালপাৰা প্ৰভৃতি স্থানে সপৰিবাৰে পলাই গল। যিসকল দেশতে আছিল সেইসকলো দিবসত হাবি ও পৰ্ব্বত নিবিড় স্থানে থাকি ৰাত্ৰি হলে ঘৰলৈ আহে, ও কোনোসকলে দিনে ৰাতিয়ে পলাই হাবি ও পৰ্ব্বতত আছিল। ২৬৩ ॥

মানভগনি

নগঞাসকলে এইমত মানৰ দৌৰাত্ম্য সহ্য কৰিব নোৱাৰি যুদ্ধ কৰাত মানে জিকি নগঞাক ধৰি পালে-পালে নি বৃহৎ ঘৰৰ ভিতৰত চাঙ্গত তুলি দুৱাৰ বন্দ কৰি জুই দি পুৰি পুৰি বহুত লোক মাৰিলে। আৰু অনেক লোক সৰ্ব্বস্ব পৰি-

নগাৰ্ত মানৰ অত্যাচাৰ

ত্যাগ কৰি দক্ষিণ পৰ্ব্বত হাবি ও কছাৰী দেশত সপৰিবাৰে পলাই গল। ইদানীকো সেই স্থানে কতো কতো বসতবাস হৈ থাকিল। ও দেৱালয়-সকলৰ দলৈ বা অথবা বিষয়াক ধৰি কতো কতো ধন আগ্ৰহি নিলে। যিসকল পলাল সেইসকল দেৱালয়ত নিজে মান যাই ধন-দ্ৰব্য আগ্ৰহি নিলে, আৰু কোনো দেৱালয় ও সত্ৰৰ দ্ৰব্যবস্তু স্থানান্তৰ কৰি ৰাখিছিল, মানে বিষয়াসকলক ধৰি অনেক শাস্তি-বন্দী কৰি ধন-দ্ৰব্য ললে ও কোনো কোনো সকল শাস্তি-বন্দীতে মৰিল। ২৬৪॥

এবং প্ৰকাৰে মান যাই আসামৰ সীমা হাদিৰাচকী পালেগৈ। কিন্তু মানে বঙ্গালপাৰ কোম্পানীৰ সীমাত জোকালত ১৭৪৫ শকৰ চৈত্ৰ মাহত ডেবিড্ ইস্কাট কমিচনাৰ চাহেব ফৌজ সহিতে আহি মানৰ সহিত সামান্যমতে যুদ্ধ কৰাত মান হটিল, এবং কমিচনাৰ চাহেব হাদিৰাচকা লৈ ক্ৰমে ক্ৰমে উজাই গুৱাহাটী, দৰঙ্গ, নগাও, কলিয়াবৰ প্ৰভিতি স্থান আক্ৰমণ কৰি ধীৰে ২ আহি ইংৰাজী ১৮২৫ সনৰ ২ ফেব্ৰুৱাৰী, ১৭৪৬ শকৰ ২১ মাঘত, মানৰ শ্যাম ফুকনৰ একৰাৰ লৈ ৰংপুৰ নগৰ ললে। তাৰে পৰা কতেক মানক দেশলৈ যাবলৈ এৰি দিলে, সেইবোৰ দেশলৈ গল। ২৬৫॥

ডেবিড্ স্কট্

দেশলৈ নগৈ থকা শ্যাম ও নেবাৰু দুই ফুকনক তেওঁলোকৰ সেনা-খনি সহিতে এজেণ্ট নৱাব গবৰ্ণৰ-জানৰেল ডেবিড্ ইস্কাট চাহেবে ভটীয়াই দি পঠালে। এবং চন্দ্ৰকান্তসিংহ স্বৰ্গদেও ও যোগেশ্বৰসিংহ ৰাজাদেও দুয়োজনাক ভটীয়াই পঠালে। এই পৰ্য্যন্ত মানে দেশত অনেক দুৰ্গতি কৰা ৰহিত হল। পাচে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক কোম্পানী চৰকাৰৰ পৰা কিছো মোছাহেৰা অথচ পেন্সীন্ দি প্ৰবৰ্ত্তাই ৰাখিলে। যোগেশ্বৰসিংহ ৰাজাদেও ১৭৪৭ শকৰ কাৰ্ত্তিক মাহত ভাঠী যোগীঘোপা স্থানে লোকান্তৰ হল। আসাম-দেশৰ ৰাজা এই পৰ্য্যন্ত সমাপ্ত হল। ২৬৬॥

আহোম ৰাজত্বৰ সমাপ্তি

অথঃ মানৰ দিনত যি যি সকল বিষয়া হল তাৰ নাম।

১৭৪২ শকৰ ৩ চৈত্ৰৰ পৰা ১৭৪৬ শকৰ ২১ মাঘ পৰ্য্যন্ত মানৰ এখিনি দিনৰ ভিতৰত হোৱা বৰ বিষয়া।— মটকৰ কলিবৰেই কএদৰ পৰা মুকলি হৈ পুনৰ বুঢ়াগোহাঞি হল। পৰে মানে মাৰিলত টেপৰতলীয়া ৰূপেশ্বৰ ১, কলিমন ১, এই তুই ক্ৰমে একে ফৈদৰ বুঢ়াগোহাঞি হল। ও পিজলী বৰপাত্ৰ হল। ও জাইৰৌ ফলিয়াৰ ফৈদৰ কোটালৰ পুতেক বৰগোহাঞি হল। খাম্টিৰ জাবৰ বৰবৰুৱা হল। তাৰ পৰে তুৰৰাৰ বদনচন্দ্ৰৰ পুত্ৰ পিয়ালি বৰবৰুৱা হল। তাৰ পৰে সন্দিকৈৰ বালি বৰবৰুৱা হল। তাৰ পৰে ভাঠীৰ পৰা আহি ঐ ভদ্ৰচন্দ্ৰ বৰবৰুৱা হল। লুখুৰাসনৰ বগাদমৰা বৰফুকন হল। এওঁকে ভাঙ্গি ঐ পিয়ালি বৰফুকন হল। যেহেতু ১৭৪২ শকৰ ৩ চৈত্ৰৰ পৰা স্বতন্ত্ৰ ৰাজা নাইকিয়া হল এতেকে মানৰ দিন বোলা যায়, ৩ বৎসৰ ১০ মাহ ১৯ দিন। অথ একাদশ অধ্যায় সমাপ্ত, এবং আসাম ইন্দ্ৰবংশীয় ৰাজাৰ বুৰঞ্জী সংক্ষেপমতে সমাপ্ত হল। ২৬৭॥

মানৰ দিনৰ বিষয়া

# দ্বাদশ অধ্যায়

-~~~~-

## মৰ্য্যাদানুসাৰে বিষয়াৰ নাম ।

সম্প্ৰতি মৰ্য্যাদানুসাৰে বিষয়াৰ নাম লিখা যায়।---যি যি একে মৰ্য্যদাৰ সেইসকলক একে ছেদৰ মাজতেই লিখা যাব। তাতে লিখাৰ আগ-পাচ ক্ৰমেই মৰ্য্যদাতো আগ-পাচে।

বাজুৱা বিষয়া :—

সেই আগ-পাচকে ছেদে ছেদেও এবং ছেদৰ মাজত লিখা সকলোতো বুজিব। বুঢ়াগোহাঞি ও বৰগোহাঞি ও বৰপাত্ৰ-গোহাঞি, ৩ এই তিনি জনাৰ একে মৰ্য্যদা। কেঁকোৰাদোলা, আৰোৱান বাঁহৰ উকা মাজপোনে নালতে একোখনি গামোচা বন্ধা, সোনৰ চুলাৰে পানীজাপি, টুপীজাপি ও পানীবিচনী, তুখনৰ দৰে নাললগা ঘূৰণীয়া বিচনী, কেপকৰা তলচা। কিন্তু ঘৈণীসকলে এই-সকল দ্ৰব্যৰ একোকে নেপায়। কেৱল পৃহিচাঙ্গী ও ভালবৰৈ লগা সোনৰ চুলাৰে সিয়া জাপি ইয়াকেহে পায়। ২৬৮ ॥

কিন্তু ঐ তিনি জনাৰে যি জনা ৰাজমন্ত্ৰী হৈ ৰাজহত অগ্ৰসৰ ৰূপে ফুৰে হেতু জকাইচুকীয়া নামক মানুহ ১০০০ এক হাজাৰ পায়, ইয়াত বাজে একো লৰ নাই।

দাঁতিয়লীয়া গোহাঁই

শদিয়াখোৱা গোহাঞি ও সলাল গোহাঞি ও মৰঙ্গিখোৱা গোহাঞি, ৩ এই তিনি জনাক দাঁতিয়লীয়া গোহাঞি বোলে। ঐ তিনি জনাতকৈ, কিছো মাত্ৰ মান কম অথচ সিবিলাক নিলগ দেশত থাকে তথাপি কেঁকোৰা-দোলা ও আৰোৱান বাঁহৰ উকা মাজপোনে নালতে একোখনি গামোচা বন্ধা ও সোনৰ চুলাৰে পানীজাপি ও টুপীজাপি ও পানীবিচনী ও ঘূৰণীয়া বিচনী, কেপকৰা তলচা পায়। ২৬৯ ॥

বৰবৰুৱা ও বৰফুকন দুয়ো সমান। কিন্তু গুৱাহাটী দূৰ দেশ তাত বৰফুকনৰ কিছো একতিয়াৰ্ বঢ়া, আৰু দুয়ো জনাৰ পাৰ্হিচাঙ্গী ও বানাতৰে আউঠি সিয়া বৰজাপি, ৰূপৰ চূলাৰে পানীজাপি; কোনো এজনাক সোনৰ চূলাও দিয়ে। ও খেৰপাখি বিচনী, টুপীজাপি, দীঘল নলীয়া ঘূৰণীয়াৰে আগখৰা বিচনী, ছালকঠ, বানাতৰ মচুলা, ৰূপৰ বেৰী দিয়া লাখুটি লয়। ২৭০ ॥

বৰবৰুৱা, বৰফুকন

নাউবৈচা ফুকন, পানীফুকন, ভিতৰুৱাল ফুকন, দুই ডেকাফুকন, দুই দিহিঙ্গীয়া ফুকন, ন ফুকন, চেটিয়া ফুকন, এই নও জনাও সেই সমান। কিন্তু উকা বৰজাপিহে, বানাতৰে আউঠি সিয়া বৰজাপি লব নোৱাৰে। নেওগ ফুকন, নিয়াইসোধা ফুকন, চাংৰুং ফুকন, এই তিনি সমান" ঐ ৯ নজনাৰে নিচিনা। ২৭১ ॥

ফুকন

নিবুকিয়াল ৰাজখোৱা, বচা ৰাজখোৱা দুই সমান, লোহাৰ ঢেকৰ লগা চাঙ্গী মাত্র পায়। দিহিঙ্গীয়া ৰাজখোৱা দুই, শলগুৰীয়া ৰাজখোৱা দুই, অভয়পুৰীয়া ৰাজখোৱা তিনি, নামদঙ্গীয়া ৰাজখোৱা ১, দিখৌমুখীয়া ৰাজখোৱা ১, গজপুৰীয়া ৰাজখোৱা ১, দৈচঙ্গীয়া ৰাজখোৱা ৩, ঘিলাধৰীয়া ৰাজখোৱা ১, এই ১৪ জনা একে সমান। গুৱাহাটীত থাকিলে পহিচাঙ্গী পায়, নতুবা লোহাৰ ঢেকৰ লগা চাঙ্গী মাত্র পায়। চেটিয়া-পাত্র বৰুৱা ২, ঘৰফলীয়া বৰুৱা ২, চাংৰুঙৰ বৰুৱা ৪, এই ৮ জনা একে সমান। এই পৰ্য্যন্ত বাজুৱা বিষয়া গল। ২৭২ ॥

ৰাজখোৱা

চোলাধৰা ফুকন, ঢেঁকিয়াল ফুকন, খাৰঘৰীয়া ফুকন, নাউসলীয়া ফুকন, তামূলী ফুকন এই ৫ জনা সমান। ৰূপৰ চূলাৰে পানীজাপি, পহিচাঙ্গী, খেৰ-টুপীজাপি, পাখিবিচনী, দীঘল নলীয়া ঘুৰণীয়া বিচনী, ৰূপৰ বেৰী দিয়া লাখুটি, ছালকঠ, এইসকল পায়। যদি খেৰবিচনী টুপী নাপায় তেতিয়া চোলাধৰা খাৰঘৰীয়া ঢেঁকিয়াল, এই তিনিয়ে পহিচাঙ্গী পায়। নাউ-

ভিতৰুৱাল বিষয়া :— ফুকন

সলীয়া ফুকন, তামূলী ফুকন, দুয়ো ঢেকৰদিয়া চাঙ্গীহে পায়। ২৭৩॥

চিৰিং ফুকন, কাঠ বৰুৱা, শূলপাণি বৰুৱা, এই তিনি সমান। ৰূপৰ চূলাৰে পানীজাপি, পহিচাঙ্গী, ৰূপৰে বেৰী বন্ধা লাখুটি, দীঘল নলীয়া ঘুৰনীয়া বিচনী পায়। জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুন্দাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা, সেই পাচ জনা সমান। ঢেকৰদিয়া পহিচাঙ্গী পায়। ২৭৪॥

বুৰুৱা ফুকন

ৰজাৰ জোৱাঁইসকল বিষয় নেপাই থাকিলেও ৰূপৰ চূলা, পহিচাঙ্গী আদি বৰভণ্ডাৰ বৰুৱা তুল্য মৰ্য্যদা পায় আৰু চাৰিয়োকাষ বানাত দিয়া কঠ লয়। আৰু তিনি জনা ডাঙ্গৰীয়াৰ লড়িগোহাঞিবোৰ হলে, ৰূপৰ চূলা, ঢেকৰ দিয়া চাঙ্গী পায়। বহা কঠ ঐ ৰকম বানাত সিয়া। চাংমাইবৰুৱা তিপমীয়া ৰাজখোৱা, হাতীবৰুৱা, ঘোঁৰাবৰুৱা, কুকুৰাচোৱা বৰুৱা, এই ৫ জনা সমান। দোলাকাখৰীয়া বৰুৱা ২, চাওদাং বৰুৱা ২, জৰাধৰা বৰুৱা ১, বেজবৰুৱা ১, এই ছয় জনা সমান। তুলীয়া বৰুৱা, দৰপধৰা বৰুৱা, কাঠকটীয়া বৰুৱা, মলীয়া বৰুৱা, ঘিঁউবৰুৱা, পাখিমৰীয়া বৰুৱা, এই ৬ জনা সমান। গজপুৰীয়া বৰুৱা, শিলাকুটি বৰুৱা, চৰাইমৰীয়া বৰুৱা, ধেনুচোচা বৰুৱা, জুতকীয়া বৰুৱা, দুৱৰীয়া বৰুৱা, এই ৬ জন সমান। এই পৰ্য্যন্ত ভিতৰুৱাল বিষয়া। ২৭৫॥

ৰজা-জোৱাঁই আৰু আন আন বৰুৱা

ৰাইডঙ্গীয়া ফুকন, পৰ্ব্বতীয়া ফুকন, খঙ্গীয়া ফুকন, চাৰিঙ্গীয়া ফুকন, তিপমীয়া ফুকন, এই পাচ জনা সমান, ঢেকৰলগা চাঙ্গী পায়। ৰাইডঙ্গীয়া বৰুৱা, পৰ্ব্বতীয়া বৰুৱা, খঙ্গীয়া বৰুৱা, চাৰিঙ্গীয়া বৰুৱা, তিপমীয়া বৰুৱা, এই পাচ জন সমান। নামৰূপীয়া বৰুৱা, পুৰণি মেলৰ বৰুৱা, মাজুমেলৰ বৰুৱা, সৰুমেলৰ বৰুৱা, মাহীমেলৰ বৰুৱা, ন মেলৰ বৰুৱা, গাভৰুমেলৰ বৰুৱা, কলিচেঙ্গৰ বৰুৱা, এনাইথৰীয়া বৰুৱা, এই ৯ জনা সমান। এই পৰ্য্যন্ত মেলডগীয়া বিষয়া। ২৭৬॥

মেলডগীয়া বিষয়া

দেৱলীয়া বৰুৱা

দেৱলীয়া বৰুৱাইতক হলে সদৰত সেৱা চলোৱাহে বোলে। এই পৰ্য্যন্তে বিষয়াৰ তাৰতম্য মৰ্য্যাদা বুজিবৰ কাৰণ নাম লিখা গল। ২৭৭॥

---

## ত্ৰয়োদশ আধ্যা

---

### ডাঙ্গৰীয়াদিব নিয়ম।

ডাঙ্গৰীয়াসকল ঘৰৰ পৰা ওলালে আগত বিলতীয়া গায়নে গাই যায় ও কালীয়াই কালা মাৰি যাব পায়। ৰঙ্গাচুলিৰে বৰচি, চুলিলগা দাৰে লগত পালী ধৰি যাব পায়। হাতী ঘোঁৰাত বানাত সিয়া জৰি, ভৰিত নপুৰ, ঘোঁৰাত উঠা হালধয়া পাটৰ তলচা, হাতী উঠা কাপুৰ আগত দোলা চৈৰে আগুয়া যাব পায়। গড়ৰ চুকৰ কিছু ভিতৰ সোমালে গায়নে কালীয়াই গাব বজাব নেপায়। বাটত স্বৰ্গদেৱে দেখা-দেখি হলে ও স্বৰ্গদেও হাতীত উঠি গলে ডাঙ্গৰীয়াও হাতীত উঠি দেখা দিব পায়। স্বৰ্গদেব দোলাত বা ঘোঁৰাত গলে ডাঙ্গৰীয়াও ঘোঁৰাত উঠি বা কেপকৰা তলচাৰ মুৰাতে উঠি দেখা দিব পায়। আৰু ৰাজমাওদেও, বৰজনা আইকুঁৱৰীদেও, ও পৰ্ব্বতীয়া আইকুঁৱৰীদেও, এই কেইজনাক স্বৰ্গদেৱৰ দৰেই সকলোৱে সম্মান কৰে, কিন্তু শিঙ্গৰিঘৰ উঠিলেহে ডাঙ্গৰীয়াসকলে সেৱা কৰে। দাঁতিয়লীয়া গোহাঞি তিনি জনাৰে বাটত ৰজাদেও ভেটাভেটি হোৱাতো এই ক্ৰমেই। আৰু চাৰিঙ্গীয়া, তিপমীয়া আদি মেলখোৱা গোহাঞিদেওসকলেৰে তিনি জনা ডাঙ্গৰীয়া

ভেটাভেটি হলে দোলাতে থাকি ডাঙ্গৰীয়াসকলক গোহাঞিসকলে বাট এৰি দিব পায়। দাঁতিয়লীয়া তিনি জনাৰে যদি ঘাই তিনি জনা ভেটা-ভেটি হয়, তেতিয়া গোহাঞিদেওসকলৰ দৰেই দাঁতিয়লীয়া তিনি জনাই ঘাই তিনি জনাক বাট এৰি দিব পায়। যদি দাঁতিয়লীয়া তিনি জনাৰে ঐ মেলখোৱা গোহাঞিসকল ভেটাভেটি হয় তেতিয়া বাট এৰা-দিয়াদিকৈ যায়, যেহেতু স্বৰ্গদেৱৰ নিজ ভাই বাপেক এনে মেলখোৱা গোহাঞিদেওসকলক সকলেই বঢ়াকৈ গৌৰৱ কৰে। বৰবৰুৱা, বৰফুকন প্ৰভৃতি চ'ৰাৰ ফুকন ও খেৰবিচনী লোৱা চমুৱা ফুকন আদি সকলোৱে চাঙ্গীৰ নামি তিনি জনা ডাঙ্গৰীয়াক দেখা দিব পায়, ও চাঙ্গী লুকাব পায়। এই ৰূপে ডাঙ্গৰীয়া আহি বৰদুৱাৰৰ মুখতে দোলা, আৰোৱান, দা, যাঠী, বৰচি আদি সকলো আহিলা এৰি, তিনি গছমান ৰঙ্গা যাঠী, বৰচিৰে নগৰত সোমাই ওপৰত সোনৰ চূলাৰে পানাজাপি ধৰি আহি বৰচ'ৰা উঠিলেই বৰবৰুৱা মুখ্যে যি কেইজন চ'ৰাৰ ফুকন পূবফালে বহি থাকে, তাৰ পৰা উঠি চ'ৰাৰ পশ্চিম ফালে ফকামৰ কোঠা সোমাই বহেগৈ। বহোঁতে চালে সহিতে তিনিখনীয়া কঠৰ তলিয়ৰিখন গুচাই এবং বানাতৰ মচুলা গুচাই বৰকাপোৰ একোখনকে ঘুৰাই পকাই মচুলাকৈ লয়। ২৭৮ ॥

চ'ৰাত বহাৰ নিয়ম

পাচে ডাঙ্গৰীয়া আহি যিখনিতে বহে তাৰ পোনেই পানাপাচত লেকামেৰে বেলাত ভৰি ধুই বুলনি কাপৰত ভৰি দি আহি তলতে পিঠীয়া ওপৰত কেপকৰা তলচা দিয়ে তাতে কৰ-খুঁটাতে পিঠি দি পশ্চিমমুখে বহে, পিক চোবা পেলাবলৈ আগফালে চুপ কৰা পাত দিয়ে। বৰবৰুৱাকে আদিকৈ চ'ৰাৰ ফুকন অথবা ঐ চমুৱা ফুকনেই ডাঙ্গৰীয়াসকলৰ নিচে ওচৰ চাপিব লাগিলে খেৰত বহিব পায়। কিছু দূৰ হৈ বহাত হলে চ'ৰাৰ ফুকন-লোকে ঐ ক্ৰমে মেলা দুখনীয়া কঠতে কাপোৰৰ মচুলা লৈ বহে। ঐ চমুৱা ফুকনসকল দুখনীয়া ছালকঠৰ মুৰাত বহে। সময়মতে বুঢ়া-গোহাঞি ও বৰপাত্ৰ-গোহাঞি, এই দুই ডাঙ্গৰীয়া বহা খুঁটা দুটাৰ

মাজপোনে পশ্চিম ফালে, ফকামৰ কোঠাত চ'ৰাৰ ফুকনৰ শাৰীতকৈ কিছু' পশ্চিমলৈ হুঁইকি ভুখনীয়া মেলা ছালকঠতো বহে। কিন্তু কাপৰৰ মচুলা নাই। যদি ডাঙ্গৰীয়া আগহে বহাত বৰবৰুৱা বা চ'ৰাৰ ফুকন কোনো জনা পাচে আহে তেতিয়া বৰবৰুৱা হলে ঢৰা আৰ দি, ই কেই জনা হলে মানুহৰ আৰত চ'ৰাৰ দক্ষিণ টুপে ভৰি ধুই খেৰত আঠু চোঙ্গাই চ'ৰাৰ মাজেই গৈ ঐ ক্ৰমে পশ্চিম ফালে মেলা কঠত বহেগৈ। কিন্তু স্বৰ্গদেৱৰ আজ্ঞাৰে কটকী গৈ নামাতিলে নগৰলৈ ডাঙ্গৰীয়াসকল নাহে। এবং স্বৰ্গদেৱৰ আজ্ঞা নহলে কোনো বৰুৱা, ফুকন আদি চৰকাৰী কামৰ লোক ডাঙ্গৰীয়াসকলৰ ঘৰলৈ যাব নেপায়। আৰু নিমন্ত্ৰণ-মতে কাৰ্য্যত ডাঙ্গৰীয়াসকল আহিলে বিদাই সময়ত বঁটাৰে পাতনি তামোল, বটা ঢকাৰে ঢাকি ভিতৰ-তামূলীয়ে সজাই দিয়ে। হেঙ্গদান্ ধৰাই নি ডাঙ্গৰীয়াসকলক দিব পায়, তাকে দিলেই একক্ষনো বিলম্ব নকৰি ডাঙ্গৰীয়াসকল উঠি যাব পায়। আৰু ডাঙ্গৰীয়াসকল ভিতৰৰ বৰঘৰৰ টুপলৈ যাব লাগিলে আগে বৰবৰুৱা বৰঘৰৰ টুপলৈ যাব পায় পাচে ডাঙ্গৰীয়া ভিতৰলৈ যায়। ২৭৯ ॥

জখলামুখৰ মাটিত্তে সুদা লেকামেৰে ভৰি ধুই সোমাই যায়। লগত খাটনিয়াৰে পাখিবিচনীখন নিয়ে, তামূলীয়ে হাঁচটিখন নিয়ে, টেকেলা-বৰাই খালি তলচাখন নিয়ে। বৰঘৰৰ টুপতে তলচা দিয়ে, ডাঙ্গৰীয়া তাতে বহেগৈ। এই ৰূপে স্বৰ্গদেৱে ডাঙ্গৰীয়াৰে কথাবাৰ্ত্তা হোৱাত বৰঘৰৰ টুপত স্বৰ্গদেও বহা কোঠালীৰ পূৰভাগৰ উত্তৰ ফাললৈ সোমাই তিনি জন, বৰভণ্ডাৰ বৰুৱা বহে এবং সেই মৰ্য্যদা পালে আনো বহে। এই তিনিৰ দক্ষিণে সেইটো কোঠাৰে টুপৰে জোৰাৰ চতিত পূব মূৰৰ খুঁটাৰে পৰা টুপলৈকে জুৰি উত্তৰা-দক্ষিণা শাৰীকৈ চ'ৰাৰ ফুকনসকল বহে। ঐ চমুৱা ফুকন কেই জনা হলে সেইটো চতিৰে পশ্চিম মূৰৰ খুঁটাৰ ওচৰৰে পৰা টুপলৈকে জুৰি উত্তৰা-দক্ষিণা শাৰীকৈ বহে। ডাঙ্গৰীয়াসকলে বহাত স্বৰ্গদেৱৰ সন্মুখে ঐ চমুৱা ফুকনসকলৰ ওচৰৰে পৰা পূবলৈ জুৰি পূবা-পশ্চিমা

বৰঘৰলৈ সোমাৰ নিয়ম

শাৰীকৈ উত্তৰলৈ মুখকৈ টুপতে বহে। ওজা-লিগিৰা ও অবনুৰা লিগিৰা পশ্চিমখন চালিৰ তলত বহিব পায়। ইতৰ বৰুৱা ফুকন পূবৰখন চালিৰ তলত বহিব পায়। বনুৱা কেইটা লিগিৰা স্বৰ্গদেৱৰ ওচৰতে খাটৰ পশ্চিম ফালে থাকে। টুপৰ জোৰাৰ ঐ চতিৰ দক্ষিণ হৈ টুপলৈ ওলাই বহিব নেপায়। ২৮০ ॥

ইয়াতে যদি মেল হয়, তেতিয়া হলে প্ৰথমে স্বৰ্গদেও ওলাই সেই খাটত বহিলেই ঐ চমুৱা ফুকন এজনাই মেল মাতিবলৈ ওজা-লিগিৰাত আজ্ঞা কয়, ওজা-লিগিৰাই কুকুৰাচোৱা বৰাত আজ্ঞা কয়, কুকুৰাচোৱা বৰাই বৰ বাটঘৰত থকা কুকুৰাচোৱা বৰুৱাইও পাচনীবৰাত আজ্ঞা কয়। আৰু বৰবাটঘৰৰ ভিতৰটুপৰ আৰ-ঢৰা গুচাই দিয়ে, পাচে বাজুৱা, বনুৱা, তামূলা, পাচনী-হঁতে তামোলৰ হাঁচটি, চোঁৱৰ, বিচনী, পিক্-বান আদি লৈ স্বৰ্গদেৱৰ ওচৰত বহেগৈ। তেতিয়া লিগিৰা ওচৰত থাকিব নেপায় কেৱল তামূলী লিগিৰাটি মাত্ৰ লুকাই ওচৰতে থাকে, আৰু ওজা-লিগিৰাৰ লগতে কুকুৰাচোৱা বৰুৱা বহেগৈ, এবং পশ্চিমখন চালিৰ দক্ষিণ মূৰে যে এখনি চালি থাকে তাৰ তলতে নাপিতৰ ওজা এটা দুই-তিনি জন নাপিতে সহিতে গৈ বহিব পায়। ২৮১ ॥

মেলমতা

পাচে কুকুৰাচোৱা বৰা এটা গৈ বৰবৰুৱা, গএৰহ চ'ৰাৰ ফুকন-সকলক মেললৈ জনাই আনেগৈ। সেইসকল আহি বহিলে মজুন্দাৰ বৰুৱাই ডাঙ্গৰীয়াসকলক চ'ৰাৰ পৰা আনেগৈ। ডাঙ্গৰীয়াসকল বহিলেহি মেল কৰে। ডাঙ্গৰীয়া-সকল চ'ৰাত বহোঁতে বৰবৰুৱা সততে অকলে বহোঁতে যি যি ঠাইত বহে তাৰ ক্ৰম পাৰে লিখা যাব। কিন্তু ডাঙ্গৰীয়াসকলক বৰঘৰৰ টুপৰ পৰাও, যেতিয়া ভিতৰলৈ নিয়ে তেতিয়া ডাঙ্গৰীয়াৰ মানুহ লগত যাব নেপায়, হাঁচটি, বিচনী, তলচা, ইও বৰঘৰৰ টুপতেহে থাকে। কুকুৰা-চোৱা বৰা, কিম্বা বাজপনীয়া লিগিৰা এটাই কেৱল কাপৰখন নি দিয়ে। তাতে ডাঙ্গৰীয়া বহেঁগৈ। ২৮২ ॥

মেলৰ নিয়ম

বৰবৰুৱা ঘৰৰ পৰা অহাত তুফালে দুই শাৰী টাঙ্গনধৰা আছে। আগত ৰূপৰ চুলাৰে পানীজাপি, টুপীজাপি, খেৰপাখি বিচনী, পাচনি-

বৰবৰুৱা যুৰাৰ নিয়ম

হতীয়া বিচনী, সেই আগথৰা ৰূপৰ বেৰী দিয়া লাখুটি, এইসকল লৈ আহি বৰতুৱাৰৰ পৰা মাটিয়ে নগৰ সোমায়, ওপৰত পাচৰ পৰা বৰজাপি ধৰি আছে। বৰচ'ৰা উঠি নিজ ঠাইত বহোঁতে পানীপাচত ভৰি ধুই তিনি খনীয়া মেলা ছালকঠত বানাতৰ মচুলা লৈ বহে। আগত পাতত বালি দিয়ে, তাতে পিক্, চোবা পেলায়। এই ক্ৰমেই সিকেইজনা চ'ৰাৰ ফুকনো আহি আপোন আপোন ঠায়ে ঠায়ে চ'ৰাত বহে, কিন্তু ফুকনসকলৰ টাঙ্গনধৰা নাই আৰু বৰজাপি ভিতৰলৈ নানে। যেতিয়া বৰবৰুৱা ও ফুকনসকল চাঙ্গলৈ যাব লগা হয়, দোলা কাখৰীয়া চ'ৰাৰ টুপৰ সমুখে উজনিৰটো খুঁটাত ধৰি ভৰি ধুই তামোলৰ হাঁচটি আপোনাৰ ককালতে খুচি লৈ সোঁহাতে পাখিবিচনীখনি লৈ সোমাই যায়। ২৮৩॥

আৰু বাটত বৰবৰুৱা অহাত মেলখোৱা গোহাঞিদেওসকলোৰে এবং দাঁতিয়লীয়া গোহাঞি তিনি জনাৰে ভেটাভেটি হলে বৰবৰুৱা

ভেটাভেটিৰ নিয়ম

দোলাৰ পৰা নানামে, এবং ফুকনসকলো নেনামে, বাট এৰি দিয়াদিকৈ যায়। ৰজাদেৱৰ নিচৈ-পো বা ভাই এনে মেলখোৱা গোহাঞিদেও হলে কিছু গৌৰব বাঢ়ে। খেৰবিচনী লোৱা চমুৱা ফুকন কেই জনাৰে বাটত ভেটাভেটি হলে, বৰবৰুৱা, ফুকনৰ আগত চমুৱা ফুকন কেই জনা ঠাইতে পদূলি এটা সোমাই তেনেই বৰজাপিৰে ঢাকে। ইকেইজনা ফুকনৰ আগত চমুৱা ফুকন-সকল বাট এৰি দি আতৰি যায়। এবং দাঁতিয়লীয়া তিনি গোহাঞি ও মেলখোৱা গোহাঞিদেওসকলোৰে যদি চমুৱা ফুকন ভেটাভেটি হয়, দোলাৰ পৰা নামে, দোলাও কিছো কাখৰীয়াকৈ নি জাপি আৰ দিয়ে। বৰভণ্ডাৰ বৰুৱাসকলে হলে বৰবৰুৱাৰ আগত দোলা লুকাই নামি দেখা দিয়ে। মেলখোৱা ও দাঁতিয়লীয়া গোহাঞিদেওসকলৰ আগতো এয়ে ক্ৰম। চ'ৰাৰ ফুকনৰ আগত হলে জাপি আৰ দি বাট এৰি

আতৰি যাব পায়। ইতৰ ফুকন বৰুৱাক চাঙ্গীৰে যোৱা চ'ৰাৰ ফুকন লোকে দেখিবলৈ পাব নাপায়। চমুৱা ফুকন কেই জনাই ঘৰৰ পৰা অহাত আগৰ ৰূপৰ চূলাৰে পানীজাপি, টুপীজাপি, খেৰপাখি বিচনী দীঘল নালেৰে ঘূৰণীয়া বিচনী, ৰূপৰ বেৰীৰে লাখুটি, ইয়াকে লৈ আহে। দোলা কাঁথৰীয়া চ'ৰাৰ টুপৰ চ'ৰাৰ ফুকনে ভৰি ধোৱাটো খুঁটাৰ নাম পশ্চিম ফালৰটো খুঁটাৰ গুৰিতে লাখুটি থুই ভিতৰলৈ যায়। সেই ভৰি ধোৱাৰ পোনে সেই চ'ৰাৰ পশ্চিম বাৰতে পানীজাপি আৰি থয়। বাটত অহাত তিনি বৰভণ্ডাৰ বৰুৱাৰে ভেটাভেটি হলে বৰুৱা একটিয়া হই ফুকনক বাট এৰি দিব পায়। ইতৰ ফুকন বৰুৱাই জাপি আৰ দি সাঁতৰি যাব পায়। আৰু বৰভণ্ডাৰ বৰুৱা তিনিক ইতৰ ফুকন বৰুৱাই দেখাদেখি হলে এফলীয়া হৈ বাট এৰি দিব পায়। অপৰ এই চমুৱা ফুকন কেই জনা যদি মাটিয়ে আহে ওপৰত বৰজাপি ধৰে। বৰ নবষুণ ও টান ৰদত তিনি বৰভণ্ডাৰ বৰুৱা এবং বৰুৱা নামেৰে থাকিলে ঢেঁকিয়াল, চোলাধৰা, খাৰঘৰীয়া, ইবিলাকেও মাটিয়ে অহাত বৰজাপি ধৰাই আহে। সদায় নোৱাৰে। তদিতৰে মাটিৰে অহাত বৰজাপি ধৰাব নাপায়। আৰু তিনি বৰভণ্ডাৰ বৰুৱাৰো ঐ ঘূৰণীয়া বিচনী ও বেৰী দিয়া লাখুটি আছে। এবং ডঁৰিকা তুৱাবৰ বাজৰ চতিটোৰ পূবৰটো খুঁটাতে তিনিও ভৰি থুই সোমায়গৈ। বৰঘৰ টুপলৈ যাওঁতে তিনি জনা ডাঙ্গৰীয়া ও বৰবৰুৱা ও বৰফুকন আদি চ'ৰাৰ ফুকন ও খেৰবিচনী-লোৱা চমুৱাফুকন, এইসকল আৰঢৰাখনৰ পশ্চিম মূৰে ওলায় সোমায়। তিনি জনা বৰভণ্ডাৰ বৰুৱা গয়ৰহ ইতৰ ফুকন বৰুৱা ঐ চ'ৰাৰ পূব মূৰে ওলায় সোমায়। চ'ৰাৰ বৰবৰুৱা বহাত ওচৰলৈ যাব লাগিলে চমুৱা ফুকন কেই জনাই তিনি খনীয়া ছালকঠৰ মুৰাত বহে এবং বৰবৰুৱাৰ পানীচোৱা-লৈ গলেও চমুৱা ফুকন কেই জনাক বহিবলৈ পাটীঢৰা দিয়ে। তদিতৰ ফুকন বৰুৱাই আঁঠু লৈ বহে। ২৮৪ ॥

## বিয়য়াসকলে অলঙ্কাৰাদি পৰিধান কৰাৰ নিয়ম।

আৰু বৰভণ্ডাৰ বৰুৱা হলেই জাপিত ৰূপৰ চূলা, পহিচাঙ্গী পায়; এই দুটা দ্ৰব্যলৈ জনাব নালাগে। সোনৰ খাৰু ও টেমি লবলৈ জনাব লাগে। আৰু চোলাধৰা, খাৰঘৰীয়া, ঢেঁকিয়াল, এই তিনি জনা ফুকন হৈ থকাত হলে বৰভণ্ডাৰ বৰুৱাৰ তুল্যাই তিনি লড়িগোহাঞি ও ৰাজা-জোৱাঁইক বাজকৈ নাও-সলীয়া ফুকন, তামূলী ফুকন, এই কেইজনে ৰূপৰ চূলাত ৰাজ দ্ৰব্যলৈ জনাব লাগে, দিলেহে লব পাৰে। খেৰ বিচনীৰো এইৰূপ। ইতৰ সকলে হলে ৰূপৰ চূলালৈকে জনাব লাগে। অপৰ বৰভণ্ডাৰ বৰুৱাৰ নামেৰে চমুৱা ফুকন, বৰুৱা জন কিছুৰে ভিতৰলৈ যাওঁতে বৰভণ্ডাৰ বৰুৱাই ভৰি ধোৱা খুঁটাটোৰ পশ্চিমটো খুঁটাতে ভৰি ধোৱে। ২৮৫ ॥

অলঙ্কাৰ পিন্ধাৰ নিয়ম

বৰচ'ৰাত স্বৰ্গদেও বহাত যি কোঠাত স্বৰ্গদেও বহে সেই কোঠাৰ পৰা দখিণলৈ মাজত একোঠা এৰি তাৰ ওচৰৰ কোঠাত চতিৰ তলতে দুই খুঁটাৰ মাজত পূব ফালৰ পৰা লালিকৈ বুঢ়া-গোহাঞি, বৰগোহাঞি, বৰপাত্ৰ-গোহাঞি এই তিনি জনা বহে। সুদা মাটিতে আগফাললৈ পিক্, চোবা পেলায়। বৰগোহাঞি ডাঙ্গৰীয়াৰ বাম কাষৰে পৰা শদিয়াখোৱা, শলাল, মৰঙ্গি-খোৱা এই তিনি বহে। কিন্তু কোনো সময়ত ইয়াতে বিপৰীতো হয়। কোনো সময়ত গোটেইটো চতিৰে পূবখুঁটাৰে পৰা দক্ষিণলৈ ক্ৰমে তিনিটা খুঁটাত বুঢ়াগোহাঞি আদি তিনি জনা বহে। তেতিয়া সেইটো চতিৰে পশ্চিমটো খুঁটাৰে পৰা দক্ষিণলৈ লালিকৈ বৰবৰুৱা আদি ফুকন ৰাজখোৱাসকল বহে। এই ক্ৰমে বহাত দাঁতিয়লীয়া তিনি জনা চ'ৰাৰে দক্ষিণ টুপৰে জোৰাৰ চতিৰ পূৰ্ব্বটো খুঁটাতে খাইলাটৰ খুঁটাতে, ঘঁৰিয়ালধৰা খুঁটাতে ক্ৰমে বহে। আৰু এই নিজ লালিৰে বহাত যিজনা ডাঙ্গৰীয়া যিটো খুঁটাত বহে স্বৰ্গদেও নবহাতো সেই জনা ডাঙ্গৰীয়া সেইটো খুঁটাতে বহে। ডাঙ্গৰীয়াসকল ঐ পথলীয়া দৰে

বৰচ'ৰাত বহাৰ নিয়ম

বহিলে সেইটো চতিৰে পশ্চিম ফকামৰ খুঁটাৰে পৰা দক্ষিণলৈ শাৰীকৈ পিৰালিত বৰবৰুৱা আদি চ'ৰাৰ ফুকন, ৰাজখোৱা ৰহে। ঐইসকলৰ পাচত দেওধাই, বাইলুং, চেটিয়াপাত্ৰ বৰুৱা, ঘৰফলীয়া বৰুৱা, এইসকল বহে। এই দক্ষিণ ফালৰ চ'ৰাৰ সভা বৰবৰুৱাই নেওগফুকনৰ দ্বাৰাই নিৰোপণ কৰায়। স্বৰ্গদেও বহা কোঠাৰ উত্তৰৰ কোঠাও উদঙ্গেইহে। কিন্তু ওচৰতে তামূলীলিগিৰা, বৰতামূলী, পিকদানধৰা, চোঁৰৰলোৱা পাচনি, কদাচিত হাত পিচনী লোৱা লিগিৰা, এই পাচ জন বহেগৈ। ২৮৬ ॥

সেই উদং কোঠাৰ উত্তৰ কোঠাৰ চতিৰ তলতে সোঁ-মাজ বাট ৰাখি সেই বাটৰে পূব কোষৰে পৰা সেই চতিৰ মূৰৰ পূবটো খুঁটাৰ ওচৰখনিতে পাচনি বৰাটোৱে বহে। তালৈকে লালি হৈ ৰঙ্গা চুলি লগা দুই একখণ দাৰে পাচনিৰ পালী বহে। এই খুঁটাৰে পূবৰ ফালে কিছু দক্ষিণ ফলীয়া হৈ চমুৱা পাচনি বৰাটো বহে। ঐ বাটৰে পশ্চিম কোষৰে পৰা তৰোৱালেৰে লিগিৰাহতঁৰ পালী বহে। সেই লগেই পশ্চিম ফাললৈ লালি হৈ বাজে চমুৱা ফুকন, বৰুৱাও কিছু বহে। ঐ তামূলী লিগিৰাহঁত বহাটো চতিৰ পশ্চিমটো ফকামৰ খুঁটাৰে পৰা উত্তৰলৈ লালিহৈ ঐ বৰবৰুৱাৰ সমুখে খেৰবিচনী লোৱা চমুৱা ফুকনসকল বহে। ঐসকলৰ লালিতে পাচত বৰভঙাৰ বৰুৱা তিনি জন বহে। এইসকলৰ পোনেই উজনি ফালে ফকামৰ কোঠাত মেলখোৱা গোহাঞিদেওসকল বহে। এওঁবোৰক মাজতকৈ লৈ দুয়ো ফালে চমুৱা পাচনিহঁত এই কোঠাতে বহে। এই উত্তৰ কোঠাৰ উত্তৰ কোঠাতে পশ্চিম ফালে স্বৰ্গদেৱৰ দোলা থয়। পূব ফালে গন্ধীয়া ও মলীয়া, ভৰালী, পেৰাভাৰী, এইসকলে নিজ কৰম কৰে। এই ফালৰ সভা পাচনি বৰা কুকুৰাচোৱা বৰুৱাই নিৰূপণ কৰে। খলাৰ সভাৰ নিৰূপণ হলে টেঁকিয়াল ফুকন বা বৰুৱা, দোলাকাখৰীয়া বৰুৱা, চাওদাঙ্গৰ বৰুৱা এইসকলে কৰে। কিন্তু টেঁকিয়াল বৰুৱা বা, ফুকনেহে

পাচনিৰ পালী

চ'ৰাত বহিব পাৰে। দোলাকাখৰীয়া বৰুৱা, চাওদাঙ্গৰ বৰুৱা খলাতেহে বহিব পায়। আৰু স্বৰ্গদেও বহা কোঠাৰ পূব ফালৰ ফকামৰ কোঠাত তামূলী-দাৰে, বৰতামূলী-দাৰে বৰতামুলীহঁত বহে। এই কোঠাৰ দক্ষিণ ফকামৰ কোঠাত উত্তৰ ফালে হেঙ্গদান্ধৰা আৰু দক্ষিণ ফালে সভাপণ্ডিত এইসকল বহে। ইয়াৰ দক্ষিণ ফকামৰ কোঠাত গণক জ্যোতিষীয়া বহে, ইয়াৰ দক্ষিণ ফকামৰ কোঠাত কটকীহঁত বহে। ইয়াৰ দক্ষিণ ফকামৰ কোঠাত কাকতীহঁত বহে আৰু দক্ষিণ টুপৰ উজনি ফালে খাওন্দহঁত বহে। ভাটীৰ ফালে তিনি জনা ডাঙ্গৰীয়াৰ হাতীমূৰীয়াহঁত বহে। সততে স্বৰ্গদেও থকা নগৰৰ বৰচ'ৰাতো বৰবৰুৱা আদি চ'ৰাৰ ফুকন জনেক দুজন নবহি উদঙ্গে থব নেপায়। যদি স্বৰ্গদেও অন্য নগৰ বা বাহৰলৈ যায় তেতিয়া নগৰ যদিবা উদঙ্গেই তেও চ'ৰা উদঙ্গে নৈথাকে। নিয়াই-সোধা ফুকনেই সততে সেই চ'ৰাতে বহে আৰু সেই নগৰলৈ ৰাজাদেও নাহে মানে সেই ফুকনেই বৰবৰুৱাৰ এক্তাৰি কৰ্ম্মখনি চলায়। ১৮৭॥

এই হেতুকে নিতে বৰচ'ৰাত বহাৰ ক্ৰম লিখা যায়। বৰপাত্ৰ ডাঙ্গৰীয়া বহাটো খুঁটাতে সদায় বৰবৰুৱা বহে। কিন্তু ৰোজ ৰোজ দুপৰ মাৰিলেই বৰবৰুৱা চ'ৰাত বহে। দুপৰ চাৰি দণ্ড মাৰিলেই পানীচোৰা লৈ গৈ জিৰাই তিনি-পৰ মাৰিলেই আকৌ চ'ৰাত বহেহি। গধূলি চাৰি দণ্ড মাৰিলেই উঠি যায়। মেলৰ নেওগ, বৰা ইত্যাদিয়ে বৰবৰুৱা বহাৰ পোনেই খলাত দুশাৰী হৈ আঠুলৈ বহি কথা যোগায়। আৰু বৰবৰুৱা নিতে পৰত পানী-চোৰাতে থাকি ৰাতিপুৱা চাৰি দৰিয়াত ৰাজঘৰলৈ গৈ খাইবৈ দুপৰত নগৰ সোমাইহি। চ'ৰাৰ ফুকনসকলে হলে থকুৰাদিয়া ঢৰাৰে চাৰিও ফালে ঢাকি চ'ৰাতে পৰ দিয়ে। ৰাজখোৱাৰো এই ক্ৰম। ২৮৮॥

বৰচ'ৰাত বহাৰ ক্ৰম

আৰু নগৰৰ ভিতৰৰ পালীঘৰত শোৱা চাং বা পিঁৰা কোনেও লব নাপায়। মাটিৰ ভেটি কৰি লৈ কোনোৰে তাতে কাঠৰ চলিয়া পাটকে লয় এবং আঠুৱা লব নাপায়। খৰম পইজাৰ ইয়াকো লব নাপায়। বুলনি ঢৰাহে লয়, চৰিয়া

পালীঘৰৰ নিয়ম

পিক্ পেলোৱা ইয়াকো ধাতুৰ লব নাপায়, কাঠৰহে লব পায়। বেড়া-কাঁহি, মাইহাম্ ইয়াকো বেৰহাৰ কৰিব নেপায়, কাঁহৰ বান বা কাঁহি ইয়াত বেৰহাৰ কৰে। এবং ডঁৰিকা দুৱাৰৰ বাজখনৰ বুজ-বিচাৰৰ কৰ্ত্তা বৰবৰুৱা, এই কাৰণ বৰবৰুৱাৰ নিতপৰ, ঐ দুৱাৰৰ ভিতৰখনিৰ বুজ-বিচাৰ কৰ্ত্তা ঢেঁকিয়াল বৰুৱা এওঁৰো নিতপধ, আৰু চ'ৰাতে বৰবৰুৱা যিটো খুঁটাতে বহে সেইটো খুঁটাৰ দক্ষিণ ফালে নাওবৈচা ফুকন বহে। ইয়াৰ দক্ষিণটো খুঁটাতে উত্তৰ ফালে ডেকাফুকন, দক্ষিণ ফালে দিহিঙ্গীয়া ফুকন বহে। পশ্চিম ফালে ঐ বৰবৰুৱা বহাৰ খুঁটাটোৰ পশ্চিমটো খুঁটাতে ন ফুকন বহে। এইটো খুঁটাৰ উত্তৰটো খুঁটাতে ভিতৰুৱাল ফুকন বহে। ন ফুকন বহাটোৰ দক্ষিণটো খুঁটাতে নেওগ ফুকন বহে। কিন্তু বৰখুঁটাতকৈ ভিতৰ ফাললৈ আগবাঢ়ি সোমাই বৰবৰুৱাদি কোনো বহিব নেপায়। ঐ বৰখুঁটাকে সীমা কৰি ফকামৰ কোঠাত পথলীয়াকৈ মেলা কঠতহে বহে। আৰু দক্ষিণ টুপৰ পূব ফালে টুপৰ জোৰাৰ খুঁটাৰ দক্ষিণ পূব কোণতে চাঙ্গৰুং ফুকন বহে। এওঁৰে দক্ষিণেই নিয়াইসোধা ফুকন বহে। ২৮৯॥

ঐ টুপৰ জোৰাৰ খুঁটা ও তাৰে ফকামৰ খুঁটা এই দুইৰ মাজতে থিয়কৈ এটীয়া কঠ মেলি ফকামৰ কোঠাতে বৰচা ও নিবুকিয়াল দুই ৰাজখোৱা বহে। যেতিয়া গুৱাহাটীৰ ফুকন, ৰাজ-খোৱাসকল আহে তেতিয়া চ'ৰাৰ দক্ষিণ টুপৰ ঘঁৰিয়ালধৰা খুঁটাৰ দক্ষিণ টুপতে থিয়কৈ কঠ একোটা পাৰি ৰাজখোৱা-সকল বহে। পানীফুকন আদি ফুকনসকল মৰ্য্যাদাৰ আগপাচ ক্ৰমে উজনীয়া ফুকনসকলৰ মাজে মাজে বহে। দৰঙ্গি ৰাজা ও ৰাণী ৰজা থাকিলে দাঁতিয়লীয়া গোহাঞি তিনি জনা বহা দক্ষিণ টুপৰ জোৰাৰ চতিৰ পূবৰটো খুঁটাতে বহে আৰু নিতে চ'ৰাত বৰবৰুৱা বহাত বৰবৰুৱাৰ সমুখৰ উত্তৰ ফালৰ খুঁটাটোৰ দক্ষিণে ভিতৰ সোমাই ফকামৰ কোঠাত ডাঙ্গৰীয়াসকলৰ এবং চাৰিসত্ৰীয়াৰ খাটনিয়াৰ ও সভাপণ্ডিত দুই একজন বহি কথাবাৰ্ত্তা জনায়। এইসকলৰ পূব ফালে সেই কোঠাতে বৰাইঁতে

বিষয়া বহাৰ নিয়ম

খলাৰ পৰা আগ কৰা কথাকে মুখ দি সুধি বুজাবৰ কাৰণ বৰকটকী এটা বঁহে। এইটো খুঁটাৰ গুচৰকৈ পিৰালিতে মোটোকোৱা চালতে বৰাকাকতীটো বহে। পশ্চিম ফালে ভিতৰুৱাল ফুকন বহাৰে পৰা দক্ষিণলৈ ফকামৰ কোঠাৰ মাজে ২ কটকীদলৈ কাকতীহঁত বহে। ২৯০ ॥

## তজবিজমতে অপৰাধীক দণ্ড কৰাৰ নিয়ম।

স্বৰ্গদেৱে হলে যি ৰকমে দণ্ড কৰাৰ ইচ্ছা হয় তদ্ৰূপে কৰে, ইয়াত নিয়ম নাই। ডাঙ্গৰীয়াসকলে হলে ধুমেৰে খুন্দি প্ৰাণ মাৰে ও তোম বান্ধি পানীত ডুবাই প্ৰাণ মাৰে। অন্য প্ৰকাৰে এবং অস্ত্ৰ ঘাতে প্ৰাণ মাৰিব নেপায়। আৰু চক্ষু কাঢ়ে, নাক-কাণ কাটে, আঠুৰ ঘিলা কাঢ়ে। বৰবৰুৱাই হলে তেওঁকে মুখ্য কৰি ফুকন বৰুৱা ৰাজখোৱাই আপোন আজ্ঞাৰে পতা-ভঙ্গা কৰিব পৰা খিময়া ও তাতকৈ নাম পাইকান এইসকলক নাক-কাণ কাটে। ইয়াতকৈ ওপৰ লোকক স্বৰ্গদেৱৰ আজ্ঞা পালেহে গতা-গৰাল, কোব-ঢকা এনে দণ্ড কৰিব পাৰে। চ'ৰাৰ ফুকন, খেৰবিচনী পোৱা চমুৱা ফুকন, বৰভণ্ডাৰ বৰুৱা আদি মেলডগীয়া ফুকন বৰুৱা পৰ্য্যন্ত এই-সকল হলেও বৰবৰুৱাৰ দৰেই দণ্ড কৰে, কিন্তু নাক কাটিব নোৱাৰে। আৰু টেকেলা, তুলীয়া, এই দুই খেলত বাজেহে পৰাখিনি দণ্ড কৰিব পাৰে। এই খেলৰ মানুহক গতা-গৰাল, কোব-ঢকা এনে দণ্ডহে কৰিব পাৰে। দূৰদেশাধিকাৰ কাৰণ বৰফুকনে হলে ডাঙ্গৰীয়াসকলৰ দৰেই দণ্ড কৰে। চোৰক হলে কাটে ও অস্ত্ৰেৰে প্ৰাণ মৰা দণ্ড, উজনিত হলে চাওডাঙ্গে কৰে, ভাঠীত হলে বুৰুকে কৰে। ২৯১ ॥

অপৰাধীক দণ্ড কৰাৰ নিয়ম

## স্ত্ৰীৰ মৰ্য্যদাৰ নিয়ম।

স্ত্ৰীমৰ্য্যাদাৰ নিয়ম

বৰবৰুৱা, ফুকন আদি ফুকন বৰুৱাতকৈ এইসকল স্ত্ৰীৰ মৰ্য্যদা কিছো অধিক; এই হেতু তাকো লিখা যায়। এইসকলৰ ঘৈণী-সকলক স্বৰ্গদেৱৰ ঘৰত অমুক ফুকননী বা বৰুৱানী বোলে। ডাঙ্গৰীয়া কেইজনাৰ হলে অমুক ডাঙ্গৰীয়াৰ ঘৈণী বোলে। ডাঙ্গৰীয়াসকলৰ ঘৈণীসকলৰ পহিচাঙ্গী আৰু নগৰৰ ভিতৰলৈ যেতিয়া যায় বৰখুন বা ৰদ নিবাৰণাৰ্থে সৰুদৈয়া সিয়াজাপি মূৰত লৈ উজনিখন চাওডাঙ্গৰ দুৱাৰে সোমাই, সেই ফালৰ চাওডাঙ্গৰ চ'ৰাতে বহেগৈ। লগৰে বন্দুৱা এজনীয়ে কলাপাত দুখন নিব পায়। তাকে পাৰি দিয়ে, তাতে ঘৈণী বহে। কুঁৱৰীসকলৰ ঘৰলৈ গলেও সেই ক্ৰমেই পাত দিয়ে, তাতে বহে। বৰবৰুৱা, বৰফুকন কিম্বা চ'ৰাৰ ফুকন অথবা খেৰবিচনী পোৱা চমুৱা ফুকন এইসকলৰ বৰুৱানী বা ফুকননীসকল যোৱাতো পহিচাঙ্গীৰেই গৈ নগৰ সোমোৱাত মাটিয়ে মূৰত সিয়াজাপি লৈ ঐ দুৱাৰে সোমায়। ঐ চ'ৰাতে ডাঙ্গৰীয়াসকলৰ ঘৈণীসকলৰ নাম হৈহে এখনীয়া কলাপাতত বহে। এই ক্ৰমেই চমুৱা ফুকননীহঁতো ক্ৰমে নামশাৰীত বহে। কুঁৱৰীসকলৰ ঘৰতো এই ক্ৰমেই এখনীয়া কলপাতত বহিবলৈ দিয়ে। তদিতৰ ফুকননী, বৰুৱানী বহাত পাত নাই, মাটিতহে বহে। ঐ উজনিখন চাওডাং দুৱাৰকে কালুগয়া দুৱাৰকো বোলে ও লিগিৰী দুৱাৰো বোলে, মাটিৰ ঘৰৰ দুৱাৰো বোলে। নামনিখন চাওডাঙ্গৰ দুৱাৰকে কমলাবৰীয়া দুৱাৰো বোলে, গোঁসাই ঘৰৰ দুৱাৰো বোলে। দোলাকাষৰীয়া চ'ৰাৰ টুপৰ সমুখৰ খনকে উঁৰিকা দুৱাৰ বোলে। নগৰৰ বাজে গড়ৰ পূবৰ খনকে পানীদুৱাৰ বোলে। দক্ষিণৰ খনকে বৰদুৱাৰ বোলে। পশ্চিমৰ খনকে নদুৱাৰ বোলে। উত্তৰ ফালে দুৱাৰ নাই পিচ ফাল দেখি ঘৰ কাৰেং বোলে। আৰু যে ঐ সিয়াজাপি লৈ তাতে বানাতৰ ওপৰত অনেক

বৰণীয়া সূতা এবং ৰূপ সোনৰ গুণাৰে বন কৰা বৰ বৰ জৰু লগাই ওপৰ টুপত পোৱাল মণিৰে গঠা দাল পাত লগোৱা সোনৰ চূলাতে গছ কৰি দিয়ে। এই ৰূপে সোনৰ চূলাৰে সিয়াজাপিকে ডাঙ্গৰীয়াসকলৰ ঘৈণী-সকলে ও ৰৰবৰুৱা ও বৰফুকন, চ'বাৰ ফুকন, চমুৱা ফুকন, এবং তিনি বৰভণ্ডাৰ বৰুৱা, এইসকলৰ ঘৈণীসকলেও লয়। কিন্তু দুই একখান বনৰ তাৰতম্য কৰি চূলা ও জৰু লয়। আতবাজে চমুৱা, জালভাৰী ফুকন আদি ৫ জন ও মেলডগীয়াৰো ফুকন কেইজন এইসকলৰ ঘৈণী-সকলেও সময়মতে তাৰতম্য ৰূপে ঐ চূলাও লয়, জৰু লয়। ইতৰ-সকলৰ ঘৈণীসকলে ঐ চূলাতে দাল পাত হীনকৈ চপা একোপাহ লয়। তদিতৰসকলে ৰূপৰে চপা লগোৱা লোৱাও আছে, লব পোৱাও আছে। ২৯২ ॥

## চতুৰ্দ্দশ আধ্যা



### মহন্তৰ নিৰ্ম্মালি দিয়া নিয়ম।

বৰসভাহত মহন্তসকলে নিৰ্ম্মালি দিয়াৰ নিয়ম।

বৰসভাহত মহন্তসকলৰ নিৰ্ম্মালি লোৱাত স্বৰ্গদেও বৰচ'বাৰ বহা কোঠাৰ অগ্নিকোণৰ খুঁটাতে সকৈকে ভেটি এটি কৰাই তাতে দস্তুৰমত বহে। চাৰিসত্ৰীয়াসকলে স্বৰ্গদেৱৰ শিৰতে নিৰ্ম্মালি দিয়েহি। তাতকৈ নামসকলে স্বৰ্গদেৱৰ হাতত দিয়ে, তাতকৈ নামসকলে ভকতৰ হাতৰ পৰা আপুনি নিৰ্ম্মালিৰ শৰাই নি আগবঢ়াই দিয়েহি। স্বৰ্গদেৱে সেই শৰাইৰ পৰা আপোন হাতে

নিৰ্ম্মালিৰ নিয়ম

লয়। তাতকৈ নৰম সকলে নিলগতে দেখাদি আশীৰ্ব্বাদ কৰে। স্বৰ্গদেৱৰ পাচনিহঁতে নিৰ্ম্মালিৰ শৰাই নি আগবঢ়াই দিয়েহি, স্বৰ্গদেৱে আপোন হাতে লয়। ২৯৩॥

আৰু চাৰিসত্ৰীয়া অধিকাৰী হলে স্বৰ্গদেৱৰ আগত বহিবলৈ কলাপাতৰ ওপৰত বগা কামলি পায়। ডেকা অধিকাৰে জোৰ কলাপাত পায়। বৰচ'ৰাত হলে উত্তৰ টুপৰ পৰা এঢ়োকাঠ সোমাই তাতে ঢাৰি কঠতে কাপৰৰ তলচা, বৰগাৰু লৈ বহে। ইতৰসকলে কামলি দিলেহে পায়, নিদিলে কোনোসকলে কলাপাত পোৱাও আছে, নোপোৱাও আছে। এবং স্বৰ্গদেৱক সাক্ষাৎ কৰাত চাৰিসত্ৰীয়াক বাপু, তাতকৈ নাম মহন্ত, তাতকৈ নাম মেধি এই ক্ৰমে বোলে। এই মহন্তসকল বৰবৰুৱাৰ তাবে চোকৰ ধৰা বৰাৰ দ্বাৰা চলাচল কৰে। ২৯৪॥

মহন্তৰ মৰ্য্যাদা

গুৱাহাটীত হলে সত্ৰীয়া বৰুৱা এটা বৰফুকনৰ তাবে থাকি চলকৰ কৰে। পৰ্ব্বতীয়া গোসাঞিসকলক ভিতৰলৈ অনাত স্বৰ্গদেৱৰ ডুলীয়াই পহিচাঙ্গীৰে বা বিদেশী নলকিৰেই আনে। আগত বাখৰপতা সোনৰ চুলাৰে পানীজাপি আনে। দুৱাৰৰ মুখৰ বাউলিৰ ভিতৰ দুৱাৰ ঘৰৰ, বাহিৰ সেইখনিতে সেই চাঙ্গি এৰে, তাতে ঘোঁৰাত উঠি বানাত দিয়া বৰজাপি ওপৰত ধৰাই গোসাঞিঘৰৰ জখলামুখৰ চাওডাং চ'ৰাৰ ওচৰলৈকে আহি তাতে ঘোঁৰাৰ পৰা নামি পইজাৰেৰে জখলামুখলৈকে গৈ তাতে পইজাৰ, পিক্ পেলোৱা ডাবৰ এৰি গোসাঞি ঘৰৰ টুপতে ৰঙ্গা থঙ্গাত বহেগৈ। আগতে কাযৰীয়াকৈ নিৰ্ম্মালিৰ শৰাই ও উপহাৰৰ শৰাই থয়। এক কাষৰে তাওকিনে গামোচা থয়। পাচে স্বৰ্গদেও আহি সেই টুপতে বানাতত বহি গোসাঁইক সেৱা কৰে। গোসাঁয়ে মূৰতে নিৰ্ম্মালি দি ধৰি ৮ক আশীৰ্ব্বাদ কৰে। এনেতে, চোলাধৰা ফুকনে, যদি ফুকন নাথাকে গোসাঁইঘৰীয়া কৰ্ম্মকাৰক ফুকনেই গোসাঁইক ভেটায় আৰু ঘৰত সততে গোসাঁই বহাত ওপৰত পাণকটা চন্দোৱাৰ তৰে। ২৯৫॥

পৰ্ব্বতীয়া গোসাঁইৰ পয়োভৰ

পহুমৰীয়া গোসাঞিসকলৰো এইয়ে ক্ৰম। কিন্তু সোনৰ চুলাৰ বাখৰ শু ঐ চন্দোৱাৰ ও বহাঁত ৰঙ্গা কামলি ও নলকি এই কেইবিধ

পহুমৰীয়া আৰু নাতি গোসাঁই

নাই, বগা কামলিতে বহে। আৰু পৰ্ব্বতীয়া গোসঞিৰ ঘৰৰ নাতি গোসাঞিৰো পৰ্ব্বতীয়া গোসাঞিৰ দৰেই ক্ৰম। এই নাতি গোসাঞিৰ ঘৰৰে পহুমৰীয়া গোসাঞিসকল শিষ্য।" এই হেতুকে ঐ তাৰতম্য থাকিল। এবং ৰাজঘৰত কদাচিত একত্ৰে বহা হলেও মাজত ঠকুৰা লগা আৰঢৰা দিয়ে। ২৯৬॥

## পঞ্চদশ আধ্যা



### বিষয়া-পতা ব্যৱস্থা।

তিনিজনা ডাঙ্গৰীয়া পতাৰ নিয়ম।

তিনিজনা ডাঙ্গৰীয়া পাতিব লাগিলেই বৰচ'ৰাৰ উত্তৰ টুপৰ ঘঁৰিয়াল-ধৰা খুঁটাতে ধৰাই বা ওচৰতে থিয়কৈ স্বৰ্গদেৱৰ আজ্ঞা শুনালেই কাপৰ

ডাঙ্গৰীয়া পতাৰ নিয়ম

দিয়ে, তাতে ডাঙ্গৰীয়া বহে। অন্যবোৰ মানুহ দস্তুৰমতে আঠুলৈ বহে। পাচে কথা শুনোৱা মজুন্দাৰ বৰুৱাই তাবত কথা কয়,—অথচ ইতঃপূৰ্ব্বে অমুক ডাঙ্গৰীয়া আছিল, সেই ডাঙ্গৰীয়া কায়বাক্যমনে স্বৰ্গদেৱৰ হিত চিন্তি কৰ্ম্ম কৰিছিল। পৰে ডাঙ্গৰীয়া মৃত্যু হোৱাতে তোমাৰ পিতা অমুক অমুক বিষয় লৈ স্বৰ্গদেৱৰ হিত চিন্তি অনেক কৰ্ম্ম কৰিছিল। অথবা তুমিয়ো

স্বৰ্গদেৱৰ হিত চিন্তি শুদ্ধ মনে এনে কৰ্ম্ম কৰিছিলা। এই আপাহতে থাকি তোমাক এই অমুক ডাঙ্গৰীয়া পদত স্বৰ্গদেৱে পাতিলে। তুমি অতি শুদ্ধ সৰল চিত্তে আগলৈ স্বৰ্গদেৱৰ হিত চিন্তি কৰ্ম্ম কৰিবা। বিশ্বাস-ঘাতকী অন্যথা কৰ্ম্ম কৰিলে বিষয় পৰা গুচাই উপযুক্ত মতে দণ্ডনীয় হৈবা। এইমত কথা শুনালেই কাপুৰ দিয়ে। তাতে ডাঙ্গৰীয়া বহি প্ৰত্যুত্তৰ প্ৰাৰ্থনা স্বৰ্গদেৱলৈ সেই মজুন্দাৰ বৰুৱাৰ দ্বাৰা জনায়। ডাঙ্গৰীয়া পাচে তাৰ পৰা উঠি চ'ৰাৰ মাজৰ নিজ ঠাইৰ তলচাত বহে-গৈ। কিন্তু কোনো জনে নিজ ঠাইত নবহি সেই উঠাতে ৰাজঘৰলৈ যায়গৈ। যাওঁতে যদি পূৰ্ব্বৰে পৰা অনাই প্ৰস্তুত থয় দোলাতে যাবলৈ পায়, যদি প্ৰস্তুত নাথাকে ৰাজশালৰ পৰা ঘোঁৰা দিয়ে, তাতে উঠি ঘৰলৈ যায়। দাঁতিয়লীয়া তিনিজনাক চ'ৰাৰ দক্ষিণ টুপে ঘঁৰিয়ালধৰা খুঁটাৰ কাষৰতে সি তিনি জনাৰ দৰেই পাতে। ২৯৭ ॥

বৰবৰুৱা, বৰফুকন আদি গুৱাহটীয়া, উজনীয়া দুয়ো দল চ'ৰাৰ ফুকনক পাতিব লগাত প্ৰথমে শপত খুৱায়। এই শপত খুওৱা ক্ৰম প্ৰথমেই ডাঙ্গৰীয়া তিনি জনা, দাঁতিয়লীয়া তিনি জনা, এই ছয় জনাতো আছে। পাচে বৰবৰুৱা বহা খুঁটাৰ চতিটোৰ সোঁ-মাজতেই স্বৰ্গদেৱৰ আজ্ঞা শুনালেই খেৰ দিয়ে। তাতে বৰবৰুৱা বা বৰফুকন ও চ'ৰাৰ ফুকন আঠুলৈ বহে। শপত খোৱাৰ ক্ৰম এই—অমাকে বা মোকে স্বৰ্গদেৱে বুঢ়াগোহাঞি ডাঙ্গৰীয়া পাতিবৰ মনস্থ কৰিছে। এই কাৰণে মই শপত কৰি কৈছোঁ ঐ ডাঙ্গৰীয়া পদৰ কৰ্ম্ম মই জ্ঞান ও বিশ্বাস মতে, অকপটে, সৰল চিত্তে, স্বৰ্গদেৱৰ হিত চিন্তি কৰ্ম্ম কৰিম। ইহাৰ অন্যথা কৰিলে ধৰ্ম্মে ঘটাব।” এইমত শপত খালেই কথা শুনাই দিয়ে অথচ এই আপাহতে থাকি বিষয় পতা গল। আগলৈ অকপটে এই এই নিয়মে কৰ্ম্ম কৰিবা, এইমতে কথা শুনায়। তাকে শুনি হোৱা জনাই প্ৰত্যুত্তৰ প্ৰাৰ্থনা স্বৰ্গদেৱলৈ জনাই নিজ ঠাইত দস্তুৰমতে বহে। ২৯৮ ॥

বিষয়া পতা বিধি

আৰু ডাঙ্গৰীয়াসকলৰ এজনা জীয়াই থকাতে এজনাক পাতিব লাগিলে বৰকটকী এটা গৈ আগেয়ে ঘৰত স্বৰ্গদেৱৰ আজ্ঞাৰে ডাঙ্গৰীয়া

বিষয়া ভঙ্গা-পতা ব্যৱস্থা

ভাঙ্গি দোলা, আৰোৱান কাঢ়ি আনিলেহে পাচে এজনাক পাতিব পায়। কিন্তু তিনি জনা ডাঙ্গৰীয়াৰে পৰা বৰবৰুৱা বাজফৈ দুয়ো দল চ'ৰাৰ ফুকন পৰ্য্যন্তে পাতিব লগা হলেই বৰবৰুৱা চ'ৰাত বহি থকাতেহে পাতিব পায়। আৰু এই পৰ্য্যন্তে সভাত পাতিবলৈ যোৱা বৰুৱা ফুকন এটীয়াকৈ যাব নেপায়। মজুন্দাৰ বৰুৱা ও খেৰবিচনী পোৱা চমুৱা ফুকন, আন ফুকন বৰুৱাও যাক পাচে মুঠে দুই, তিনি, চাৰি, ইমান বৰুৱা ফুকন কথা শুনাবলৈ যায়। ৰাজ-খোৱাসকলক হলে চ'ৰাৰ দক্ষিণ টুপে কথা শুনাই পাতিয়ে বা নৌ পাতোতেই বৰবৰুৱা য'তে থাকে ত'তে গৈ কথা শুনোৱা গৰাকীয়ে বৰবৰুৱাত জনাই থব পায়। চেটিয়া পাত্ৰবৰুৱা, ঘৰফলীয়া, এই দুইক টুপৰ জোৰাৰ পশ্চিম ফালৰ ফকামৰ কোঠাতে পাতে। ঐ টুপতে চাংকুং বৰুৱাইতকো পাতে. ঐ তিনি জনা ডাঙ্গৰীয়াৰে পৰা দুয়ো দল চ'ৰাৰ ফুকন পৰ্য্যন্তে কথা শুনাই পতাতহে তাকলেই বা লগেৰেই মজুন্দাৰ বৰুৱাই কথা শুনাই পতাৰ নিয়ম ও দস্তুৰ। কিন্তু মজুন্দাৰ বৰুৱা কোনো গতিকে নাথাকিলে অথচ বেমাৰ আদি গতিকে হাজিৰ নাথাকিলে অন্য ফুকন, বৰুৱাও স্বৰ্গদেৱৰ আজ্ঞাৰে কথা শুনায়। খেৰবিচনী পোৱা চমুৱা ফুকনসকলক চ'ৰাৰ উত্তৰ টুপে পাতে। পাচে বৰবৰুৱাত কই থয়। তিনি ভণ্ডাৰ বৰুৱা, জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুন্দাৰ বৰুৱা, খনিকৰ বৰুৱা, সেনচোৱা বৰুৱা, দুই দোলাকাখৰীয়া বৰুৱা, তিপমীয়া ৰাজখোৱা, হাতীবৰুৱা, ঘোঁৰাবৰুৱা, এইসকলক দোলাকাষৰীয়া চ'ৰাৰ টুপতে পাতে। দুই চাওডাঙ্গৰ বৰুৱাক উজনি জখলামুখৰ চাওডাঙ্গৰ চ'ৰাত পাতে। বৰবাটঘৰৰ মাজকোঠা চাঙ্গৰ ওপৰতে কুকুৰাচোৱা বৰুৱা, পাচনি বৰা, বৰতামূলী, এইসকলক পাতে। এই ঠাইতে কুকুৰাচোৱা বৰা এটাই দুৱৰীবৰুৱাটো পাতি ৰাজদুৱাৰত কৈ দিয়েগৈ। বৰবাটঘৰৰ পেটে পূব ফালে

চাংমাই শালৰ নিচাঙ্গতে চাঙ্গমাই বৰুৱা, জৰাধৰা বৰুৱা, বেজবৰুৱা, এইসকলক পাতে। তিনি দুলীয়া বৰুৱাক, নেওগ বৰাইঁতকো স্বৰ্গদেৱৰ দোলাঘৰত পাতে। এতদ্ভিন্ন বিষয়াখনি এবং মেলডগীয়া ফুকন, বৰুৱাখনিকো ডঁৰিকা দুৱাৰত পাতে। দেৱলীয়া, সেৱাচলোৱাইঁতক ঐ দুৱাৰৰ বাজখনিতে পাতে। ঐ ঠাইতে হাজৰিকাইঁতকো পাতে। মেলডগীয়াৰ টেকেলাৰ বৰুৱা ও নেওগ বৰা এইবোৰক লেখাৰু কুকুৰাচোৱা বৰাই নিজ মেলঘৰ কিম্বা দোলাঘৰতে নিজ মেলৰ, আই-কুঁৱৰীদেও বা গোহাঞিদেৱৰ আজ্ঞাৰে পাতে। কুকুৰাচোৱাৰ নেওগ বৰা, এইসকলক বৰবাটঘৰতে ওজা লিগিৰাই স্বৰ্গদেৱৰ আজ্ঞাৰে পাতে। চাওডাঙ্গৰ শইকীয়া, বৰাইঁতক ঐ চাওডাং চ'ৰাতে পাতে। দোলা-কাখৰীয়া বৰা ও বৰনেওগ ইইঁতক টেকিয়াল বৰুৱা, দোলাকাখৰীয়া বৰুৱাৰ পানীৰ মুখত ওলাই বহা ঘৰটিতে পাতে। আৰু মেলডগীয়া ও বৰবৰুৱা, বৰফুকন ও ডাঙ্গৰীয়াৰসকলৰ বিষয় ও বিলাতত বাজে নেওগ, টেকেলা বৰাবোৰ স্বৰ্গদেৱৰ আজ্ঞাৰেহে হয়। হাতী ঘোঁৰাৰ দুই বৰবৰা, গুৱাহাটীৰ দুই বৰবৰা, উজনিৰো দুই বন্দুৰা বৰা এইবোৰ স্বৰ্গদেৱৰ আজ্ঞাৰেহে হয়। কিন্তু কাঁড়ীৰ শইকীয়াখনি মাত্ৰ উজনীয়াৰ বৰবৰুৱাই পাতে। ভাটীৰ খনি বৰফুকনে পাতে। জুৰাৰ বৰাখনি গামেলৰ বৰুৱা ফুকনেই পাতে। ১৯৯ ॥

## ষোড়শ আধ্যা



'অথ আসামমতে গন্তিৰ নিৰোপণ।'

আসাম পণ্ডিতে আপোন ৰীতিমতে খুনলুং খুনলাই নামি অহাৰে পৰা চুকাফা ৰজা এই দেশে উপস্থিত হোৱা বছৰ পিচ ইত তাওচিঙ্গা হয় অৰ্থাৎ ৬৬০ বছৰ হয়। কিন্তু এই ৬৬০ বছৰ খুনলাইৰ ৭০ বছৰ ভোগ সহিতেহে হয়। আৰু মুংকঙ্গীয়া, অহমীয়া, উভয়েই বছৰৰ লেখ তাওচিঙ্গা ধৰি কৰে। কিন্তু সেই লেখত শ বা হাজাৰ ৰাখি নকৰাত ভুল হয় যেন লাগে, তথাপি তাওচিঙ্গাৰ ভিতৰৰ বছৰ একোটাৰ নামকেহে লাক্লি বোলে আৰু লেখেও। এতেকে তাকো বুজিবৰ নিমিত্তে এই প্ৰস্তাবতে লিখা যায়। হিন্দু শাস্ত্ৰত প্ৰতি বছৰতে প্ৰজাৰ শুভাশুভ বুজাৰ কাৰণ ৬০ বছৰ পৰ্য্যন্ত সীমা ধৰি প্ৰভও ও বিভৰও ইত্যাদি ক্ৰমে ৬০টা বছৰৰ নাম। সেই নামক বছৰতে নামানুসাৰে শুভাশুভ বুজে। ৬০ বছৰ এই ক্ৰমেই গত হলে পুনৰ সেই প্ৰভবাদি কৰি আৰম্ভ কৰে। কিন্তু লৌকিক ও শাস্ত্ৰিকতো শকাদিত্যৰ শকেৰেহে বছৰৰ সংখ্যা ও নাম ১৭৬০ শকৰ বছৰ ও ১৭৬১ শকৰ বছৰ বুলি চলে। এই ৰূপেই মুংকঙ্গীয়া অহমীয়াই ৬০ বছৰক তাওচিঙ্গা নাম দিলে ও তাওচিঙ্গা চংতাওচিঙ্গা বুলি লেখ কৰে। ৩০০ ॥

আহোমমতে গন্তিৰ নিৰূপণ

তাকে প্ৰথমে ধৰোতে মুখ্যচান্দ্ৰ মানে ৩০ ত্ৰিশ দিনীয়া মাহ ধৰে। তাতে চান্দ্ৰ আঘোণৰ প্ৰথম দিনকে বছৰটোৰ প্ৰথম মাহৰ প্ৰথম দিন বুলি লৈ ঐ ত্ৰিশ দিনীয়া মাহেৰে ১২ মহীয়াকৈ বছৰ পাতে। এই দৰে পতা মাহৰ ক্ৰমিক নাম ড্যেনত্যিং ১, ডেনকাম ২, ড্ৰেনচাম ৩, ডেনচি ৪, ডেনহা ৫, ডেনরুক ৬, ডেনত্যিত ৭, ডেনপেত ৮, ডেনকাও ৯, ডেনচিপ ১০, ডেনচিপইত ১১, ডেনচিপচং ১২, এই ১২ মাহৰে বছৰ হয়।

আহোমৰ অব্দ তাওচিঙ্গা

এনে ৬০ বছৰে তাওচিঙ্গাটো হয়। প্ৰতি তাওচিঙ্গাৰ বছৰবোৰৰ নাম, কাপত্যও ১, ড্লাপপ্লাও ২, ৰাইঙ্গিত ৩, মুংমাও ৪, প্লেকচি ৫, কাতচেও ৬, খুতচিঙ্গা ৭, ৰংমুত ৮, তাওচান ৯, কাৰাও ১০, কামপিত ১১, ডাপকেও ১২, ৰাইত্যেও ১৩, মুংপ্লাও ১৪, প্লেকঙ্গি ১৫, কাতমাও ১৬, খুতচি ১৭, ৰুংচেও ১৮, ত্যাওচিঙ্গা ১৯, কাম্মুত ২০, পাকচান ২১, ডাপৰাও ২২, ৰাইমিত ২৩, মুংকেও ২৪, প্লেকত্যেও ২৫, কাতপ্লাও ২৬, খুতঙ্গি ২৭, ৰুংমাও ২৮, তাউচি ২৯, কাচেও ৩০, কাপচিঙ্গা ৩১, ডাপমুত ৩২, ৰাইচান ৩৩, মুংৰাও ৩৪, প্লেকমিত ৩৫, কাতকেও ৩৬, খুতত্যেও ৩৭, ৰুংপ্লাও ৩৮, তাউঙ্গি ৩৯, কামাও ৪০, কাপচি ৪১, ডাপচেও ৪২, ৰাইচিঙ্গা ৪৩, মুংমুত ৪৪, প্লেকচান ৪৫, কাতৰাও ৪৬, খুতমিত ৪৭, ৰুংকেও ৪৮, তাওত্যেও ৪৯, কাপ্লাও ৫০, কাপঙ্গি ৫১, ডাপমাও ৫২, ৰাইচি ৫৩, মুংচেও ৫৪, প্লেকচিঙ্গা ৫৫, কাততমু ৫৬, খুতচান ৫৭, ৰুংৰাও ৫৮, তাওমিত ৫৯, কাকেও ৬০। এই তিনিকুৰি বছৰেই এক তাওচিঙ্গা যায়। পুনৰ বাৰ কাপত্যেও নামক বছৰকে আদি কৰি আকৌ তিনিকুৰি বছৰীয়াকৈ তাওচিঙ্গা লিখে। এই লেখেৰেইহে খুনলুং খুনলাই স্বৰ্গৰ পৰা নামি অহাৰে পৰা এই সৌমাৰলৈ চুকাফা ৰাজা অহালৈকে ওপৰেই চিপইততাও ১, চিঙ্গা গল বুলি চিংতাও চিঙ্গাৰ প্ৰথম লাক্লি কাপতেওঁ পৰা চুকাফা ৰজাৰ সৌমাৰৰ ভোগ লেখে। সম্প্ৰতি চিপইত বুজাৰ কাৰণ অহমৰ ন্যাইশাস্ত্ৰ অৰ্থাৎ ৰাজনীতি শাস্ত্ৰমতে নেওতা লিখা যায়। লেং ১, চং ২, চাম ৩, চি ৪, হা ৫, ৰুক ৬, ত্যিত ৭, পেট ৮, কাত ৯, চিপ ১০, চিপইত ১১, চিপচং ১২, এই ক্ৰমেই গৈ চাও ২০, চাওইত ২১, চাওচং, ২২, এবং চামচিপ ৩০, চিচিপ ৪০, চিচিপলেং ৪১, পাক ১০০, চংপাক ২০০, ৰিং ১০০০, নীত-শাস্ত্ৰ অৰ্থাৎ ধৰম শাস্ত্ৰৰ মতে হলে ত্যিং প্ৰথম, কাম দ্বিতীয়, এই ক্ৰমেও লিখে। আতে নৰাৰ হলে লুং ১, হোক ৬, হিং ১০০০ ; ৰ স্থানে হ উচ্চাৰণ এই মাত্ৰ ভেদ। ৬০১॥

## সপ্তদশ অধ্যায়

### ৰজাঘৰৰ বিষয়াৰ বাব।

অথঃ ৰজাঘৰৰ বিষয়া সকলে যি যি কৰ্ম্ম কৰিব লাগে তাৰ বিবৰণ :—

ৰাজাদেও সৰ্ব্বাধিকাৰ সকলোমতে দণ্ড কৰিব পাৰে। সকলো বিষয়াক ভঙ্গাপতা কৰিব পাৰে। বুঢ়াগোহাঞি ১, বৰগোহাঞি ১, বৰপাত্ৰ-গোহাঞি ১, এই তিনি জনাৰ সমান মৰ্য্যাদা।

ডাঙ্গৰীয়াসকল

ইবিলাকৰ হাতীমূৰ অথচ দেশ আছে। সেই-সকলৰ দোষাদোষ বিচাৰ কৰি কেৱল কাটিব নোৱাৰে। অন্য সকল প্ৰকাৰ দণ্ড কৰিব পাৰে। এই তিনি জনাৰ মধ্যে যি জনা ৰাজমন্ত্ৰী হয় সেই জনাই জকাইচুক প্ৰদেশৰ এক হাজাৰ গোট পাইক পায়। সেই পাইকে ডাঙ্গৰীয়াৰ খাত খাবৰ, হালকোৰ আদি খেতিৰ কৰ্ম্ম আৰু ঘৰৰো কৰ্ম্ম কৰিব লাগে। সিবিলাকে পাল বদল কৰি খাটে। সেই-সকল সেই দেশৰ বিষয়া কাকতীৰে হিচাব ৰাখি অবিলম্বে সোধাই থাকিব লাগে আৰু সিবিলাকৰ নিজা হাতীমূৰবো লগুৱা, লিগ্‌চৌ, পাইক ৰজাঘৰত ও অন্যান্য বিষয়াসকলক সোধাই থাকিব লাগে। এহাৰ কিঞ্চিৎ ত্ৰুটী হলে মহলৰ যি বিষয়া, কাকতী আছে তেওঁলোক দণ্ডনীয় হয়। যেহেতু বিষয়াসকলৰ প্ৰবৰ্ত্তনৰ বেতন আদি কিছু নাই সেই লগুৱা লিগ্‌চৌৰে ঘৰৰ যাবদীয় কৰ্ম্ম কৰাই প্ৰবৰ্ত্তন হয়। আৰু ৰণ হলে স্বৰ্গদেৱৰ আজ্ঞাৰে আপোন বিলাইতৰ সেনা ও ৰজাঘৰৰ নিয়ত সেনা সহিত যুদ্ধ কৰিব যাব লাগে। এই তিনি জনাই ৰজা ভঙ্গাপতা কৰে এবং এওঁলোক সতত নগৰত থাকে। ১০২ ॥

শদিয়াল গোহাঞি ১, মৰঙ্গিখোৱা গোহাঞি ১, স'লাল গোহাঞি ১, এই তিনি জনাক দাঁতিয়লীয়া গোহাঁই বোলে। প্ৰায় তিনি জনা ডাঙ্গৰীয়াৰে সমান মৰ্য্যদা। অল্পমাত্ৰ কম। এওঁলোক আপোন দেশত থাকে। ঐ মত লগুৱা লিগ্‌চো যি যি মতে যোগান ৰজাঘৰ ও ফুকন 'বৰুৱা আদিক দিব লাগে সেই সেই মত মহল দেশৰ বিষয়া তাগিদা কৰি পঠাই দিব ও সোধাব লাগে আৰু স্বৰ্গদেৱৰ আজ্ঞামতে আপোন বিলাইতৰ সেনা ও ৰাজাঘৰৰ সৈন্য সহিত যুদ্ধলৈ যাব লাগে। তিনি জনা ডাঙ্গৰীয়াৰ সমান দণ্ড কৰিব পাৰে। ৩০৩ ॥

দাঁতিয়লীয়া গোহাঁই

বৰবৰুৱা ১, বৰফুকন ১, এই দুই জনাৰ প্ৰায় সমান মৰ্য্যাদা। বৰবৰুৱা ৰজাঘৰত সৰ্ব্বদা থাকিব লাগে এবং ৰজাঘৰৰ ঘৰ-দুৱাৰ সজা ও খাতসকলত মহ গৰু পাইক নিবন্ধ কৰি দিব লাগে তাৰ বুজ-বিচাৰ লৈ থাকিব লাগে। আৰু সতত বৰচ'ৰাত বহি স্বৰ্গদেৱে যি নিজা সোধ সুধিব লাগে সেইসকল বৰবৰুৱাই সুধি ৰজাদেৱত জনাই আজ্ঞা প্ৰচাৰ কৰি দিয়ে। আৰু ৰজাদেৱৰ আজ্ঞাৰে কোনো ২ সময় যুদ্ধলৈ যাব লাগে। বৰবৰুৱাৰো বিলাইত মহল আছে। আপোন মহল আৰু বন্দী-বেটীহঁতৰ অপৰাধ-মতে নাক কাটি ও কাণ কাটি দণ্ড কৰিব পাৰে। এহাৰ উৰ্দ্ধ হলে স্বৰ্গদেৱত জনাইহে কৰিব পাৰে। ৩০৪ ॥

বৰবৰুৱা, বৰফুকন

বৰফুকন দূৰ দেশ গোহাটীত থাকে। কলিয়াবৰ পৰ্য্যন্ত কামৰূপ ও দৰং, নগাওঁ ও দক্ষিণপাৰে দেশদুৱাৰসকল বৰফুকনৰ এলাকাধীন, এহেতু ৰাজদ্ৰোহী হলে ধুমেৰে খুন্দি মাৰিব পাৰে, কাটিব নোৱাৰে। অন্য সকলো দণ্ড কৰিব পাৰে। আৰু নগাওঁ ও খৰঙ্গি ও আঠগাৱঁৰ যুদ্ধাৰো সৈন্যসকলৰ আখৰা পানীফুকন ও ডেকাফুকন প্ৰভৃতি সহিতে কৰাব লাগে। আগে পাথৰ কলাই বন্দুক ও কাঁৰ-ধনু ও ঢাল-বাৰু, এই তিনি ৰকম যুদ্ধৰ প্ৰধান অস্ত্ৰ আছিল। এতদ্ভিন্ন যাঠী, দা, শূল খাপৰ আছিল। স্বৰ্গদেৱৰ আজ্ঞা

বৰফুকনৰ বাব

হলে বৰফুকনো যুদ্ধলৈ যাব লাগে। আৰু ৰজাঘৰত ও বৰুৱা ফুকন প্ৰভৃতিক যি লগুৱা লিগ্‌চৌ আৰু যি যি যিমতে খাটিব লাগে বা দ্ৰব্যজাত অথচ কাপুৰ ও তৈল, থঙ্গা যি সোধাব লাগে সেইসকল বৰফুকনে আপোন তলৰ বিষয়াৰ দ্বাৰা অবিলম্বে সোধাই থাকিব লাগে। ৩০৫ ॥

ঐসকল পাইকে অৰ্থচ চাৰি জনে একগোট পাইক আছিল। পাৰে মটকে দেশত বিভ্ৰাত লগাই অনেক মানুহ মাৰিল দেখি তিনিজনে একগোট কৰিলে। সেই গোট পাইকে ৰুপিত ৩ পুৰা অথচ ফি-জন পোৱাই ৰুপিত ৩ পুৰা মাটি বাব পায়। তাৰ খাজনা দিব নেলাগে। অন্য বৰী বস্তি, ফৰিঙ্গতি, ও বাওঁতলী মাটিৰ লেখ নাই। অথচ সেইসকল আদানী নিষ্কৰ আছিল, আৰু দেৱালয় ও সত্ৰসকলতো পাইকৰ এই নিয়ম দেৱালয় ও সত্ৰত কৰ্ম্ম কৰিব। সেইমত মাটি ভোগ কৰিব, খাজনা দিব নালাগে। প্ৰত্যেক দেৱালয়ত এক এক জন সেৱা চলোৱা নামেৰে আছিল। সকলো সত্ৰৰ সত্ৰীয়া বৰুৱা নামে একজন আছিল। আৰু প্ৰত্যেক দেৱালয়তে ভোগধনী বাবে কিছু কিছু মাটি আছিল। সেই সকল নিষ্কৰ। তদ্বাৰা দেৱালয়ৰ ভোগ, নৈবিদ্য, নিত্য পূজা চলে। ইংৰেজৰ আমলেও লাখৰাজ তহকিকে সেই ভোগধনী বহাল দিছে। তাৰ খাজনা লগোৱা নাই। কিন্তু ৰেত্‌ বুলি কিছু লয়। পানীফুকন ১, নাওবৈচা ফুকন ১, ভিতৰুৱাল ফুকন ১, ডেকাফুকন ২, দিহিঙ্গীয়া ফুকন ২, নফুকন ১, চেটিয়া ফুকন ১, এই ৯ জনাৰ প্ৰায় মৰ্য্যদা সমান। পৰ্হিচাঙ্গী এওঁলোকৰ মহল বা ভাগী আছে। সেই সেই মহলৰ বুজ-বিচাৰ কৰি অপৰাধীৰ নাক-কাণ কাটিব পাৰে। ততোধিক দণ্ড কৰিব লগা হলে ৰজাদেৱত জনাইহে কৰিব পাৰে। আৰু সিবিলাকৰ লগুৱা লিগ্‌চৌও যি যি দ্ৰব্য সোধাব লাগে অবহেলে আপোন তলতীয়া বিষয়াৰ দ্বাৰা ৰজাঘৰ ডাঙ্গৰীয়া ও গোহাঞি ও ফুকন বৰুৱাসকলক সোধাই থাকিব লাগে। আৰু স্বৰ্গদেৱৰ আজ্ঞামত আপোন মহলৰ

পাইক

সেনা চৰকাৰী সৈন্য সহিত যুদ্ধলৈ যাব লাগে। তদ্ভিন্ন নাওবৈচা ফুকন, স্বৰ্গদেও চ'ৰানাৰত উঠি খেলোৱা পাইকসকলৰ কৰ্ত্তৃত্বকাৰী. অথচ অধিকাৰ আৰু স্বৰ্গদেৱে পিন্ধা কাপুৰ ও অলঙ্কাৰাদি নিবন্ধ কৰি দিয়া ও গান-বাজন, নট-নটী, নাচনিয়াৰসকলৰ কৰ্ত্তৃত্বকাৰী অধিকাৰ। নেওগ ফুকন ১, নিয়াইসোধা ফুকন ১, চাংৰুং ফুকন ১, এই তিনি সমান। অথচ লোহাৰ ঢেকৰৰে চাঙ্গী পায়। চাংৰুং ফুকনে বৰবৰুৱাৰ অধীনে থাকি ৰজাদেৱৰ ঘৰ আদি সজাৰ তদবিৰ কৰে। ৩০৬॥

ৰাজখোৱা

নিবুকিঁয়াল ৰাজখোৱা ১, বচা ৰাজখোৱা ১, এই দুই সমান। লোহাৰ ঢেকৰ লগা চাঙ্গী মাত্ৰ পায়। আপোন মহল বা ডাগিৰ ৰায়তৰ তজবিজমতে নাক কাণ পৰ্য্যন্ত দণ্ড কৰিব পাৰে আৰু বৰুৱা ফুকন প্ৰভৃতিক আপোন মহলৰ লগুৱা লিগচৌ ও যাক যি দ্ৰব্যাদি যোগাব লাগে আপোন তলৰ বিষয়াৰ দ্বাৰা সেই ২ সকল যোগাব লাগে। আৰু ৰাজ আজ্ঞামত আপোন মহলৰ সৈন্য ও চৰকাৰী সৈন্য সহিত যুদ্ধলৈ যাব লাগে। দিহিঙ্গীয়া ৰাজখোৱা ২, শলগুৰীয়া ৰাজখোৱা ১, অভয়পুৰীয়া ৰাজখোৱা ৩, নামদঙ্গীয়া ৰাজখোৱা ১, দিখৌমুখীয়া ৰাজখোৱা ১, গজপুৰীয়া ৰাজখোৱা ১, দৈচুঙ্গীয়া ৰাজখোৱা ৩, গিলাধৰীয়া ৰাজখোৱা ১, এই ১৪ জনাৰ সমান মৰ্য্যদা। গোহাটীত থাকিলে পহিচাঙ্গী পায়। আপোন মহল বা ডাগিৰ ৰায়তৰ তজবিজমতে নাক কাণ পৰ্য্যন্ত কাটি দণ্ড কৰিব পাৰে। ততোধিক দণ্ড কৰিব নোৱাৰে। আৰু আপোন মহলৰ যাক যি লগুৱা লিগচৌ ও দ্ৰব্যজাত শোধাবৰ নিয়ম আছে, সেই ২ মত তলতীয়া বিষয়াই শোধাই থাকিব লাগে তাৰ তদাৰক কৰিব লাগে। আৰু ৰাজাৰ আজ্ঞামতে যুদ্ধলৈ যাব লাগে। চেটিয়াপাত্ৰ বৰুৱা ২, ৰবফলীয়া বৰুৱা ২, চাংৰুং বৰুৱা ৪, এই ৮ জনা সমান। লোহাৰ ঢেকৰেৰে চাঙ্গী মাত্ৰ পায়। বৰবৰুৱাৰ অধীনে ৰজাঘৰৰ ঘৰ আদি সজাৰ কৰ্ম্ম আৰু খাতসকলত মহ গৰু মানুহ আদি দি তদবিৰ কৰা কৰ্ম্ম। ৩০৭॥

চোলাধৰা ফুকন, ঢেঁকিয়াল ফুকন, খাৰঘৰীয়া ফুকন ১, নাওশলীয়া ফুকন ১, তামূলী ফুকন ১, এই পাচ জনৰ সমান মৰ্য্যদা। চোলাধৰা ফুকনে সৰ্ব্বদা ৰজাঘৰত থাকিব লাগে এবং ৰাজাদেয়ে পিন্ধা কাপুৰ ও অলঙ্কাৰাদি নিয়মকৈ দিব লাগে। আৰু গান-বাজন, নাচনিয়াৰ আদিৰ কৰ্ত্তৃত্বকাৰী অধ্যক্ষ ঢেঁকিয়াল ফুকন ও খাৰঘৰীয়া ফুকন ও নাওশলীয়া ফুকন খেৰবিচনী টুপী নাপালে লোহাৰ ঢেকৰ দিয়া চাঙ্গী মাত্র পায়। এই তিনি জনাৰ মহল আছে। সেই মহলৰ যাক যেনেকৈ লগুৱা লিগ্‌চৌ দিব লাগে আৰু যি যি দ্ৰব্য যোগাব লাগে সেইসকল অধীন বিষয়াৰ দ্বাৰা দিয়াব আৰু আপোন মহলৰ সৈন্য সহিত ৰাজ আজ্ঞামতে যুদ্ধলৈ যাব লাগে, এওঁলোকে পহিচাঙ্গী পায়। তামূলী ফুকনে পহিচাঙ্গী পায়। এওঁ সততে স্বৰ্গদেৱৰ স্থানত থাকিব লাগে। আচলে তামোল খোৱা ও দিয়া সংগ্ৰহ কৰা পাইক লোকৰ ওপৰ অধ্যক্ষ। ৩০৮ ॥

ফুকন

চিৰিং ফুকন ১, কাঠবৰুৱা ১, শূলপাণি বৰুৱা ১, এই তিনি জনাৰ সমান মৰ্য্যদা; পহিচাঙ্গী পায়। চিৰিং ফুকন আহোমৰ বামুণ, আহোমমতৰ কৰ্ম্ম-কাণ্ডৰ তদাৰক-কৰ্ত্তা। কাঠবৰুৱা হাবি পৰ্ব্বতৰ উত্তম উত্তম কাঠসংগ্ৰহৰ কৰ্ত্তা শূলপাণি বৰুৱা ৰাজাদেৱৰ ভণ্ডাৰৰ অধ্যক্ষ। তেওঁৰ মহল আছে। মৰিয়া লোক শূলপাণি বৰুৱাৰ অধীন। জালভাৰী ফুকন ১, গন্ধীয়া বৰুৱা ১, খনিকৰ বৰুৱা ১, মজুন্দাৰ বৰুৱা ১, শেনচোৱা বৰুৱা ১, প্ৰায় সমান মৰ্য্যদা; পহিচাঙ্গী পায়। জালভাৰী বৰুৱাই পহু আদি ধৰাৰ জাল আদি পাইক লোকৰ দ্বাৰা কৰোৱাৰ অধ্যক্ষ। গন্ধীয়া বৰুৱাৰ জেম্বায় গন্ধীয়া নামক এক ভণ্ডাৰ, তাত পাইক লোকৰ কাগজ-পত্ৰ থাকে আৰু চমুৱা বৰুৱা ফুকন সকলোৰে কাগজ-পত্ৰ থাকে, তাৰে অধ্যক্ষ। ৩০৯ ॥

চিৰিং ফুকন

মজুন্দাৰ বৰুৱা সততে স্বৰ্গদেৱৰ লগত থাকিব লাগে। স্বৰ্গদেৱে যি আজ্ঞা কৰে তাক প্ৰচাৰ কৰিব লাগে। আৰু পৰদেশী ৰাজ-

ৰাজৰানৰ যি চিঠি-পত্ৰ আহে তাক মাতি শুনাই সেই সেই ঠাইলৈ প্ৰত্যুত্তৰ চিঠি লিখিব লাগে। সেই চিঠিসকলত স্বৰ্গদেৱে দস্তখত নকৰে। মজুন্দাৰ বৰুৱাৰ লগতে ৰজাদেৱৰ সিংহ-চাব ও নাম-চাব থাকে সেই চাব বঙ্গা লাৰে, বা আলতাৰে আৰি সিংখাপৰ মোনাত সুমাই মুখতে সিংহ-চাব মাৰি কটকী পঠাব লগা হলে কটকীৰ হাতে অথবা যি লোক আহে সেই লোকৰ হাতত দিয়ে। আৰু পৰদেশৰ কটকী বা উকিল তুলিব লগা হলে তিনিজনা ডাঙ্গৰীয়া প্ৰভৃতি বৰচ'ৰাতে নিয়মমতে বহিব। বাহিৰে হাতী ঘোঁৰা ও চিপাহীৰ পালী থাকিব। স্বৰ্গদেৱে বৰচ'ৰাত বহিলে মজুন্দাৰ বৰুৱাই পাগ জামা আৰু ৰাজাদেৱৰ দত্ত সোনৰ খাৰু, লোকাপাৰ বা ঝুনুৰ বা কৰ্ণবালা কৰ্ণত পিন্ধি চ'ৰাঘৰৰ মধ্যেদি যাতায়াত কৰি চৌখাম কৰি আঠু চোৱাই স্বৰ্গদেৱত জনায়। পুনৰ উকিল বা কটকীত কথা কয়, তেতিয়া যি পত্ৰ আহে আৰু পত্ৰচিহ্ন যি দিয়ে তেতিয়াই শোধায়। এবং পত্ৰ যি আহে তেতিয়াই তিনিজনা ডাঙ্গৰীয়া প্ৰভৃতিৰ মোকাবিলায় পাঠ কৰি শুনাব লাগে। ৩১০ ॥

মজুন্দাৰ বৰুৱাৰ কৰ্ত্তব্য

যদি প্ৰত্যুত্তৰ তেতিয়াই দিব লগা হলে ফাৰ্চী বা নাগেৰী বা অহমীয়াৰে সোনৰ পানী চৰোৱা ও লতাকটা পাতত লিখি খামত ভৰাই ৰজাদেৱৰ নাম-চাব মাৰি সিংখাপৰ মোনাত ভৰাই সিংহ-চাব মাৰি দিয়ে, ও পত্ৰচিহ্ন দিয়ে। অথবা কটকী পঠাই কটকীৰ হাতত দিয়ে। যদি তেতিয়াই প্ৰত্যুত্তৰ নিদিয়ে, পৰে তিনিজনা ডাঙ্গৰীয়া সহিতে পৰামৰ্শ কৰি প্ৰত্যুত্তৰ লিখি সেইমতে দিয়ে; এই কৰ্ম্ম মজুন্দাৰ বৰুৱাৰ নিয়ত কৰ্ম্ম। ৩১১ ॥

চিঠি দিয়া নিয়ম

তদ্ভিন্ন তিনিজনা ডাঙ্গৰীয়া আৰু গোহাঞি বৰুৱা বৰফুকন ও ৰাজখোৱা ও পানীফুকন পাতিব লগা হলে মজুন্দাৰ বৰুৱাই ৰাজাৰ আজ্ঞাৰে বৰচ'ৰাতে কথা শুনাই পাতিব। তিনিজনা ডাঙ্গৰীয়া ও গোহাঞি তিনিজনা বৰবৰুৱা ও

ওলগনি

বৰফুকনে ও পানীফুকনে ওলগনি বুলি নগদ ১০০ টকা বস্ত্ৰালঙ্কাৰ এসাজ খোৰা তাম, পিতল, শয়ন কৰিবৰ খাট, তোলী, পাটী, আঠুৰা, গাৰু, মহ এজনী, মাইকী পোৱালী সমেৎ সবৎসা ধেনু এজনী, বন্দী বেটী, একহাল দিব লাগে। সেইমতে আনন্দেৰে দিয়ে। বৰঞ্চ কোনোসকলে বেচিকৈও দিয়ে। ৩১২ ॥

ইতৰ বিষয়াক পাতিব লাগিলে অথচ বৰচ'ৰা ব্যতিৰেক আন ঠাইত পাতিব লাগিলে মজুন্দাৰ বৰুৱাই কটকীৰ দ্বাৰা পাতে। যেহেতু মজুন্দাৰ বৰুৱা ৰজাঘৰ ব্যতিৰেক অন্য স্থানে যাব নাপায় এহেতু কটকীৰ দ্বাৰা অন্যত্ৰ বিষয়া পাতে। এই কৰ্ম্ম মজুন্দাৰ বৰুৱাৰ নিয়ত কৰ্ম্ম। আৰু ব্ৰহ্মত্তৰ ও দেবত্তৰ ও ধৰ্ম্মত্তৰ ও নানকাৰ জমী ও মানুহ পাইক যাক দিবৰ স্বৰ্গদেৱে আজ্ঞা কৰে মজুন্দাৰ বৰুৱাই মহজৰ লিখি ৰাজাদেৱৰ নাম-চাব মাৰি দিয়ে, তেহে শুদ্ধ হয়। তাৰো একপ্ৰস্ত নকল মজুন্দাৰ বৰুৱাৰ হাতত ও একপ্ৰস্ত গন্ধীয়া ভৰালত থাকে। ৩১৩ ॥

ৰজাঘৰীয়া দান

আৰু মজুন্দাৰ বৰুৱাই কামৰূপত ২৪০০০ চৌবিশ হাজাৰ নাৰাণী টাকা তহছিল হয়, তাৰে মুৰৱলী বুলি ১০০০ ও হাদিৰাচকীৰ ১০০০ টাকা বৎসৰ পায়। এতদ্ভিন্ন লগুৱা, লিগ্‌চৌ, তামূলী, জাপিধৰা ও তেলীয়ে তেল যোগাব লাগে। তাঁতীয়ে কাপোৰ, থঙ্গা যোগোৱা লোকে থঙ্গা, ও নাপিতে নাপিতৰ কৰ্ম্ম কৰিলেই তেওঁলোকৰ অন্য একো ৰজাঘৰে দিব নালাগে। ঐ ঐ কৰ্ম্মতে তেওঁলোকৰ কৰ্ম্ম হয় অথচ পাইক লোকে খাটিব লাগে; খাটিলেই কৰ্ম্ম হয়। যিসকলে থঙ্গা আদি শোধাব লাগে শোধালেই ৰজাঘৰৰ লেঠা মৰে। এবং প্ৰকাৰ সকলো ডাঙ্গৰ ডাঙ্গৰ বিষয়াসকলে লগুৱা, লিগ্‌চৌ, তামূলী ও জাপিধৰা, তেলী ও তাঁতী আদি পায়, তদ্দাৰা প্ৰবৰ্ত্তন হয়। অন্য কোনো দৰ্মহা নাপায়। ৩১৪ ॥

মজুন্দাৰ বৰুৱাৰ বন্দী-বেটী

চাংমাই বৰুৱা ১, তিপমীয়া ৰাজখোৱা ১, হাতীবৰুৱা ১, ঘোঁৰা বৰুৱা ১, কুকুৰাচোৱা বৰুৱা ১, এই পাচ জনা সমান। চাংমাই বৰুৱাৰ তাৰে

অনেক চাংমাই পাইক থাকে। তেওঁলোকে পালে পালে ৰজাঘৰত পাক কৰিব লাগে। তাৰে অধ্যক্ষ চাংমাই বৰুৱা। তিপমীয়া ৰাজখোৱা।—

*চাংমাই বৰুৱা, তিপমীয়া ৰাজখোৱা

তেওঁৰ মহল আছে। সেই মহলৰ লগুৱা লিগিচৌ আদি যাক [redacted]নকৈ দিব লাগে সেই সেই মতে তলতীয়া বিষয়াৰ দ্বাৰা দিয়াব লাগে আৰু ৰাজাৰ আজ্ঞাৰে যুদ্ধলৈ আপোন মহলৰ সেনা সহিত যাব লাগে। ৩১৫ ॥

হাতীবৰুৱা

হাতীবৰুৱা ৰজাঘৰৰ সকলো হাতীৰ অধ্যক্ষ। পাইক লোকৰ দ্বাৰা হাতীৰ তদবিৰ কৰিব লাগে। আৰু স্বৰ্গদেও হাতীত উঠি ফুৰিলে হাতীবৰুৱা কাখে কাখে যাব লাগে। কোনো ব্যতিক্ৰম হলে বৰুৱাৰ গাতে জগৰ লাগে। ৩১৬ ॥

ঘোঁৰাবৰুৱা

ঘোঁৰাবৰুৱা সকলো ঘোৰাৰ অধ্যক্ষ। পাইক লোকৰ দ্বাৰা তদাৰক কৰি থাকিব। কদাচিৎ ৰাজাদেও ঘোঁৰাত উঠিলে সাৱধানমতে ঘোঁৰাবৰুৱা সঙ্গে ২ যাব লাগে। কোনো ব্যতিক্ৰম হলে বৰুৱাৰ গাত জগৰ হয়। ৩১৭ ॥

কুকুৰাচোৱা বৰুৱা

কুকুৰাচোৱা বৰুৱা।—এই বৰুৱাই পাইক লোকৰ দ্বাৰা কুকুৰা চৰাই পুহি প্ৰতিপাল কৰিব। যেতিয়াই যত কুকুৰা চৰাই আবশ্যকমতে দিব লাগিব। নহলে তেওঁৰ গাত জগৰ হয়। ৩১৮ ॥

দোলাকাখৰীয়া বৰুৱা

দোলাকাখৰীয়া বৰুৱা ২, চাওডাং বৰুৱা ২, জৰাধৰা বৰুৱা ১, বেজবৰুৱা ১, এই ৬ জনা সমান। দোলাকাখৰীয়া বৰুৱাই স্বৰ্গদেও দোলাৰে গলে কাখৰে কাখৰে যাব লাগে। দোলীয়াইতৰ কোনো ব্যতিক্ৰম হলে ঐ বৰুৱাৰ গাত জগৰ। ৩১৯ ॥

চাওডাং বৰুৱা

চাওডাং বৰুৱা।—এওঁৰ তাবে অনেক চাওডাং থাকে। তেওঁলোকৰ দ্বাৰা দোষীৰ দণ্ড কৰাই অথবা কাটে ও অন্য দণ্ড কৰে। ৩২০ ॥

জৰাধৰা বৰুৱা।—এওঁৰ তাবে ভৃঙ্গাৰ বা সোনৰ ভোগজৰা বা তাঁওঁক্কিন ধৰা পাইক বাবৰ লোক আছে। সেই লোকৰ দ্বাৰা ঐ-সকল কৰ্ম্ম কৰাব লাগে। কিঞ্চিৎ ত্ৰুটী হলে ঐ বৰুৱাৰ গাত জগৰ হয়। ৩২১ ॥

জৰাধৰা বৰুৱা

বেজবৰুৱা স্বৰ্গদেৱৰ ও ডাঙ্গৰীয়াসকলৰ তদৰিৰ বিবেচনাপূৰ্ব্বক ঔষধ খোৱায় ও ঔষধ কৰে। এওঁলোকৰ প্ৰবৰ্ত্তন জন্যে দুই তিনি গোট পাইক দিয়ে। আৰু কোনো কেনো সকলক মেলডগীয়াৰ মেল দিয়ে। তদ্দাৰা প্ৰবৰ্ত্তন হয়। ৩২২ ॥

বেজবৰুৱা

আন আন বৰুৱা

ডুলীয়া বৰুৱা।—এওঁ স্বৰ্গদেৱে উঠা কেকোৰা-দোলা লোৱা পাইক লোকৰ অধ্যক্ষ। এওঁৰ তলে দোলাকাথৰীয়া বৰুৱাসকলৰ কৰ্ত্তা ডুলীয়া বৰুৱা।

দৰপধৰা বৰুৱা। - বেজবৰুৱাই দৰপ মাৰি দিলে পৰীক্ষা কৰি সেই ঔষধ স্বৰ্গদেৱক খুৱাব।

কাঠকটীয়া বৰুৱা।—ৰজাঘৰৰ জন্যে হাবি ও পৰ্ব্বতত ভাল ২ কাষ্ঠ পাইক লোকৰ দ্বাৰা সংগ্ৰহ কৰাব লাগে।

মলীয়া বৰুৱা।—মালী লোকৰ ওপৰ এওঁ অধ্যক্ষ। স্বৰ্গদেৱে পিন্ধা উত্তম উত্তম মতে মালা গাঁঠি যোগাব লাগে। কিছু ত্ৰুটী হলে মলীয়া বৰুৱাৰ গাত জগৰ হয়।

ঘিঁউবৰুৱা।—এওঁ ৰজাঘৰত ঘিঁউ শোধোৱা পাইক লোকৰ অধ্যক্ষ। সেই পাইক লোকৰ পৰা ঘিউ সংগ্ৰহ কৰি শোধাব লাগে।

পাখিমৰীয়া বৰুৱা।—যাবদীয় চৰাইৰ পাখি শোধাব লগীয়া পাইক আছে : তদ্দাৰা বৰুৱাই ৰজাঘৰত শোধাব, ত্ৰুটী হলে ঐ বৰুৱাৰ গাত জগৰ হয়।

গজপুৰীয়া বৰুৱা ১, শিলাকুটি বৰুৱা ১, চৰাইমৰা বৰুৱা ১, ধেনুচোঁচা বৰুৱা ১, যোতকীয়া বৰুৱা ১, ডুৱৰীয়া বৰুৱা ১, এই ছয় জন সমান। গজপুৰীয়া বৰুৱাৰ গজপুৰ নামে মহল আছে। সেই

মহলৰ লগুৱা লিগ্‌চৌ পাইক আদি যি যেনেকৈ দিব লাগে সেই সেই মতে বৰুৱাই শোধাব লাগে।

শিলাকুটি বৰুৱাৰ শিলৰ পটা ও কিস্তি আদি কৰিব লগা বাবৰ পাইক আছে। তদ্বাৰা কৰাই ৰজাঘৰত শোধাব লাগে। ক্ৰুটী হলে ঐ বৰুৱাৰ গাত জগৰ হয়।

চৰাইমৰা বৰুৱা।—এওঁৰ তাবে পাইক আছে। তদ্বাৰা চৰাই মাৰি আনি ৰজা ঘৰত শোধাব লাগে।

ধেনুচোঁচা বৰুৱা।

যোতকীয়া বৰুৱা।

দুৱৰীয়া বৰুৱা।—ৰজাঘৰৰ সকল দুৱাৰত মানুহ নিবন্ধ কৰি দিব লাগে। ৩২৩॥

সমান মৰ্য্যাদাৰ বিষয়া

ৰাইডঙ্গীয়া ফুকন ১, পৰ্ব্বতীয়া ফুকন ১, খঙ্গীয়া ফুকন ১, চাৰিঙ্গীয়া ফুকন ১, তিপমীয়া ফুকন ১, এই পাচ জন সমান। ঢেকৰ লগা চাঙ্গী পায়। এওঁলোক মেলডগীয়া কুঁৱৰীসকলৰ ফালে সূতা আদি শোধাব লাগে। ৰাইডঙ্গীয়া বৰুৱা ১, পৰ্ব্বতীয়া বৰুৱা ১, খঙ্গীয়া বৰুৱা ১, চাৰিঙ্গীয়া বৰুৱা ১, তিপমীয়া বৰুৱা ১, এই পাচ জনা সমান। ঢেকৰ লগা চাঙ্গী পায়। এওঁলোকে মেলডগীয়া কুঁৱৰীসকলক সূতা থঙ্গা আদি শোধাব লাগে।

নামৰুপীয়া বৰুৱা ১, পুৰণি মেলৰ বৰুৱা ১, মাজুমেলৰ বৰুৱা ১, সৰুমেলৰ বৰুৱা ১, মাহীমেলৰ বৰুৱা ১, এই পাচ জন সমান। ঢেকৰ লগা চাঙ্গী পায়। মেলডগীয়া কুঁৱৰীসকলৰ ফালে সূতা থঙ্গা আদি শোধাব লাগে।

নমেলৰ বৰুৱা ১, গাভৰু মেলৰ বৰুৱা ১, কলিচেঙ্গৰ বৰুৱা ১, এনাইঘুৰীয়া বৰুৱা ১, এই চাৰি সমান। ঢেকৰ লগা চাঙ্গী পায়। মেলডগীয়া কুঁৱৰীসকলৰ ফালে সূতা আদি শোধাব লাগে। ৩২৪॥

মৰ্য্যাদাৰ চিন

দেৱলীয়া বৰুৱা।—ঢেকৰ লগা চাঙ্গী পায়। সদৰত সেৱাচলোৱা বোলে।

ৰৰবৰা গোহাটীত বৰফুকনৰ তাবে থাকে। সকলো টেকেলা-বৰাৰ ওপৰ অধিকাৰ। বৰফুকনৰ ঘৰ দুৱাৰ আদি সকলো তদাৰক কৰিব লাগে।

কুৰীয়া বৰা।—২০ জন টেকেলাৰ ওপৰ অধিকাৰ।

আঠগয়াঁ বৰা। আঠগাৱঁৰ পাইকৰ ওপৰ অধিকাৰ।

খৰঙ্গি বৰা—খৰঙ্গি পাইকৰ ওপৰ অধিকাৰ।

হাজৰিকা হলে ১০০০ একহাজাৰ গোট পাইকৰ ওপৰ অধিকাৰ।

শইকীয়া হলে ১০০ একশ গোট পাইকৰ ওপৰ অধিকাৰ। ৩২৫॥

এইসকল কাঁড়ী হাজৰিকা হলে ও শইকীয়া হলে সেই কাঁড়ীৰ ওপৰত ভাল মানুহ। আৰু মুছলমান ও ডোম, হাড়ি ও মৰিয়া, ইবিলাকৰ ভিতৰতো হাজৰিকা, শইকীয়া আছে। সেই সেই সকলো ৰজাঘৰ আদি ডাঙ্গৰীয়াসকলৰ কৰ্ম্ম কৰিব লাগে। সেইমতে হাজৰিকাই চলায়। কিন্তু হাজৰিকা শইকীয়া হলেও কাঁড়ী অথচ হজুৰাৰ পৰা নাম নুঠে। স্বৰ্গদেৱে আপাহ পালে কাঁড়ীৰ খেলৰ পৰা গুচাই চমুৱা খেলত নাম তুলি ভাল মানুহ কৰিব পাৰে; অনেকক কৰি গৈছে। কিন্তু হঠাৎ কাঁড়ীৰ পৰা নাম নুগুচায়, যেহেতু কাঁড়ী স্বৰ্গদেও প্ৰভৃতিৰ বাজে কাৰ্য্যকাৰক লোক। তেওঁলোক নহলে কৰ্ম্ম কিমতে চলিব। বুকুক বৰফুকনৰ তাবে থাকে; অপৰাধীসকলক দণ্ড কৰিব লাগিলে ঐ বুকুকৰ দ্বাৰা কৰায়। ৩২৬॥

হাজৰিকা

কাকতী।—এই কাকতী শব্দে কেইবা ৰকম কাকতী আছে। প্ৰথম স্বৰ্গদেৱৰ ভণ্ডাৰৰ যি জমা-খৰচ লিখে তাকে চাংকাকতী বোলে। তেওঁলোকৰ ৪।৫ জন মানে ঐ কৰ্ম্ম কৰে। অপৰ জোলা-শালৰ কাকতী, আইকুঁৱৰীসকলে কাপুৰ কৰিবলৈ জোলা বা তাঁতীক দিলে, তেওঁলোকে হিচাব কৰি কিমান

কাকতীৰ খেল

দীঘল পথালি কাপুৰ কিমান সূতা গুণা লাগে তাৰ হিচাব কৰি দিব লাগে। আৰু সোনাৰিক বন কৰিবলৈ সোন ৰূপ দিলে তাৰো হিচাব কৰি কিমান ডাঙৰ দীঘল কৰিব লাগে তাৰো হিচাব কৰি সোনাৰি-দলৈক দিব লাগে। তেওঁৰ তাবৰ সোনাৰি দ্বাৰা সেইমতে কৰাই দিয়ে আৰু বাখৰ পাতিব লাগিলে সেইমতে হিচাব কৰি দিব লাগে। অপৰ খেলাৰ কাকতী।—তেওঁলোকে পাইকৰ হিচাব ৰাখিব লাগে। যি যি পাইক লগুৱা লিগ্‌চৌ যি বিষয়াত যি মহলৰ যিমান খাটিব লাগে ও যি যি দ্ৰব্য যোগান দিব লাগে তেওঁলোকে হিচাব ৰাখিব লাগে। আৰু পাখিকাকতী আছে; তেওঁলোকেও ঐ কৰ্ম্ম কৰিব লাগে। ৩২৭॥

কটকী।—কটকী তিনি ৰকম, বৰকটকী, মাজু কটকী, আৰু সৰু কটকী। এওঁলোক ৰজা বা বৰফুকনৰ সভাত থাকিব লাগে। মজুন্দাৰ বৰুৱাৰ তাবে উপাসা কৰি থাকে। কোনো সময়ত গৌৰ বাদ্‌সাহ অথবা দিল্লীৰ বাদ্‌সাহ ও লক্ষ্মণৌৰ নবাবৰ ঠাই পঠাব লগা হলে ভাল চতুৰ দেখি বৰকটকী এজনক পঠায়। তেওঁৰ হাততে সোন চৰোৱা পাতত ফাৰ্চী বা নাগেৰী বা অসমীয়া আখৰেৰে লিখি খামত ভৰাই লাৰে চাব মাৰি সেই খাম উত্তম সিংখাপৰ মোনাত ভৰাই কটকীক দিয়ে। আৰু পত্ৰচিন্ন যি দিয়ে তাকো দি লগত মানুহ দি পঠাই দিয়ে। সেই কটকীয়ে গৈ যি দিন গৌৰ বা অন্য বাদ্‌সাহৰ ঠাই উঠিব পাগ জামা পিন্ধি সেই পাগৰ ওপৰতে পত্ৰৰ সিংখাপৰ মোনা খুচি লৈ যাব। সভাহ বা চ'ৰা ঘৰত উঠি সেই পত্ৰচিন্ন সকল দিব। এবং ৰজাঘৰৰ কুশল মঙ্গলাদি সুধি চিঠি পাঠ কৰা লোকে পাঠ কৰি শুনালে কটকীক থাকিবৰ ব্যৱস্থা কৰি খাবৰ আয়োজন কৰি দিব। পৰে দুই তিনি বা ততোধিক দিন কটকীক ৰাখি পৰে চিঠি-পত্ৰ সন্দেশ পত্ৰচিন্ন দি কটকীকো ধন বস্তু-দ্ৰব্য দি মন সন্তোষেৰে পঠাই দিয়ে। কিন্তু চালাকি, চতুৰ কটকী হলে অধিক প্ৰাপ্ত হয় নতুবা অল্প-সল্প পায়। তথাপি

কটকী

দুই তিনি বেলি পৰদেশলৈ গলে তেওঁলোকে ভালমতে প্ৰবৰ্ত্তিব পৰা হয়। এতদ্ভিন্ন অন্যান্য কটকীও সভাত থাকে। সৰু সৰু বিষয়া পাতে, তাঁতো কিছু প্ৰাপ্তি হয়। এইমতে প্ৰবৰ্ত্তন হয়। এই কটকী প্ৰায়স ব্ৰাহ্মণ, চতুৰ লোক চাই লয়। ক্ৰমে তেওঁলোকে বৰকটকী হয়। ৩২৮ ॥

খাওন্দ।—এই খাওন্দ প্ৰায় ব্ৰাহ্মণেহে হয়। ৰাজা ও ডাঙ্গৰীয়া, গোহাঞিসকলৰ মৃতা অস্থি গঙ্গা যমুনাদি তীৰ্থত লগাই ব্ৰাহ্মণক দান-দক্ষিণা ভোজন কৰাব লাগে। খাওন্দৰ এই কৰ্ম্ম। ৩২৯ ॥

খাওন্দ

বৰাগী।—পূৰ্ব্বে দেশসকলত চকী আছিল। হঠাৎ মানুহ পৰদেশলৈ যাব নোৱাৰাত অন্যত্ৰ দেশৰ আচাৰ-নীতি পিন্ধা-উৰা ও অলঙ্কাৰ কি প্ৰকাৰ জানিব নাপায়। এই কাৰণে লাংটা বৈৰাগীৰ খেল কৰি বেশছন্ন পূৰ্ব্বক দেশ-দেশান্তৰি যাই যি যি দেশৰ যি ৰীতি, বস্ত্ৰালঙ্কাৰ পিন্ধাৰ নমুনা, সোধ-পোছৰ ৰীতি, ফুৰা-চিকাৰ নিয়ম স্বৰ্গদেৱত জনাই থাকিব লাগে। খাওন্দৰ এই কৰ্ম্ম। এই খেল ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আমলে বিশেষ দৃঢ় হল। ৩৩০ ॥

বৰাগী

দলৈ।—এই দলৈ তিনি ৰকম। বৰদলৈ, মাজু দলৈ, সৰু দলৈ। এওঁলোকে ৰজা ও বৰফুকনৰ সভাত থাকিব লাগে। অনাবৃষ্টি ও দুৰ্ভিক্ষাদি দেশত হলে কোন গ্ৰহৰ গতিকে হৈছে সেই গ্ৰহৰ গ্ৰহ-যজ্ঞ ও যাগ ও শান্তি কৰিব লাগে। আৰু ৰজা, ডাঙ্গৰীয়া, গোহাঞি, ফুকন, বৰুৱাদি পীড়িত হলে কোন গ্ৰহৰ পীড়াতে হৈছে তাক কব লাগে। সেই অনুসাৰে গ্ৰহ-যজ্ঞ ও যাগ, শান্তি কৰে। তাতে দলৈবোৰৰ প্ৰাপ্তি হয়। আৰু খাটনিয়াৰ বল্লভ হলে কোনোসকলে সৰু সৰু দেৱালয় এখন পায়। আৰু ৰণ হলে কোনো বৰদলৈ যুদ্ধাৰো সেনাপতি, ফুকন বা বৰুৱা লগত যায়। এহাৰ তাৎপৰ্য্য এই, যুদ্ধলৈ সেনা ওলালে কোন ক্ষণত ওলাই কোন দিশে যাব

দলৈৰ বাব

তাক কৈ পঠাব লাগে। সৰু দলৈ ও মাজু দলৈৰ পৰা বৰদলৈ হয়। যি পঢ়ন-শুনত ভাল চতুৰ হয় সেই বৰদলৈ। কাকতী, কটকী, খাওন্দ, বৰাগী, দলৈ, এই পাচটি খেল ভাল বোলা যায়। অথচ এওঁলোকে ৰজাঘৰ বা ডাঙ্গৰীয়া ও গোহাঞি ও অন্যত্র চমুৱা ফুকন, বৰুৱাৰ তাবে হলে বেগাৰাদি হজুৰালি কৰ্ম্ম কৰিব নালাগে ও কোনো দ্রব্যাদি যোগাব নালাগে। কেৱল ওপৰোক্ত কৰ্ম্ম কৰি থাকিব। ৩৩১ ॥

# আহোম স্বৰ্গদেৱ আৰু ডাঙ্গৰীয়াসকল ।

অথঃ আসাম দেশৰ পূৰ্ব্বীয় ৰাজাসকলৰ ও ডাবীঙ্গয়া, বৰবৰুৱা, বৰফুকনৰ নামাৱলীৰ ফৰ্দ্দ অথচ নিৰ্ঘণ্ট ।

| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ |
|---|---|---|---|---|---|---|---|---|---|---|
| নম্বৰ | ৰাজাগণৰ নাম | লাক্নি | মোতাবেক শক | ইংৰেজী সন | ভোগৰ সংখ্যা | বুঢ়াগোহাঞি | বৰগোহাঞি | বৰপাত্র-গোহাঞি | বৰবৰুৱা | বৰফুকন |
| ১ | সৌমাৰ পীঠে অহা চুকাফা ৰাজা | ১ কাপ্ত্যেও | ১১৫১ | ১২২৯ | ৩৯-৪-১৫ দিন | থাওমুংক্লিংলুন্-মাংৰাই | থাওমুংকানঙ্গন্ | ... | ... | ... |
| ২ | ঐ ৰাজাৰ পুত্র চুতেউফা | ১ কামাও | ১১৯০ | ১২৬৮ | ১৩ | তদপুত্র থাওকৰু | তদপুত্র চাওবিন | ... | ... | ... |
| ৩ | তদপুত্র চুবিন্‌ফা ৰাজা | ৮ ডাপ্‌নাও | ১২০৩ | ১২৮১ | ১২ | ঐ থাওকৰু | ঐ চাওবিন | ... | ... | ... |
| ৪ | তদপুত্র চুখাংফা ৰাজা | ২ মুংমাও | ১২১৫ | ১২৯৩ | ৩৯ | ঐ | ঐ | ... | ... | ... |

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ৫ | তদপুত্ৰ চুখাংফা | ২ ৰাইচিঙ্গা | ১২৫৪ | ১৩৩২ | ৩২ | থাওফ্ৰংডাম্ | খুন্তালাকৰ তাফ্ৰিথিন্ | ... | ... | ... |
| ৬ | তদ্ভাতৃ চুতুফা ৰাজা | ৩ প্লেকঙ্গি | ১২৬৮ | ১৩৬৪ | ১২ | ঐ | ঐ | ... | ... | ... |
| • | অৰাজক | ৩ কামাও খুতঙ্গি | ১২৯৮ | ১৩৭৬ | ৪ | ঐ | ঐ | ... | ... | ... |
| ৭ | তদ্ভাতৃ ত্যাওখাম্থি | ৩ কাপ্চিঙ্গা | ১৩০২ | ১৩৮০ | ৯ | চাওথাইথুম্ | ত্যাতানবিন্ | ... | ... | ... |
| • | অৰাজক | ৩ কামাও | ১৩১১ | ১৩৮৯ | ৯ | ঐ | ঐ | ... | ... | ... |
| ৮ | তদপুত্ৰ চুডাংফা ওৰফে বামুণী কোঁৱৰ | ৩ তাওত্যেও | ১৩২০ | ১৩৯৮ | ৯ | ঐ | ঐ | ... | ... | ... |
| ৯ | তদপুত্ৰ চুজাংফা | ৩ কংৰাও | ১৩২৯ | ১৪০৭ | ১৫ | চাওথাইথুম্ | নাংচুখাম্ | ... | ... | ... |
| ১০ | তদপুত্ৰ চুফক্ফা | ৪ ৰাইত্যেও | ১৩৪৪ | ১৪২২ | ১৭ | খেনপুং | নাংনিম্ | ... | ... | ... |
| ১১ | তদপুত্ৰ চুচেন্ফা | ৪ কাচেও | ১৩৬১ | ১৪৩৯ | ৪৯ | ঐ | ঐ | ... | ... | ... |
| ১২ | তদপুত্ৰ চুহান্ফা | ৪ তাওচিঙ্গা | ১৪১০ | ১৪৮৮ | ৫ | ঐ | ত্যাওকাংবান্ বেক—১ লাংবাং—১ | ... | ... | ... |

| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ |
|---|---|---|---|---|---|---|---|---|---|---|
| নম্বৰ: | ৰাজাগণৰ নাম | লাক্নি | মোতাবেক শক | ইংৰেজী সন | ভোগ | বুঢ়াগোহাঞি | বৰগোহাঞি | বৰপাত্ৰ-গোহাঞি | বৰবৰুৱা | বৰফুকন |
| ১৩ | তদপুত্ৰ চুপিমফা | ৪ মুংকেও | ১৪১৫ | ১৪৯৩ | ৪ | ফনলুংথাম্পেং ৰাজমন্ত্ৰী | ঐ লাংৰাং | ... | ... | ... |
| ১৪ | তদপুত্ৰ চুহুমুং ওৰফে স্বৰ্গনাৰায়ণ দিহিঙ্গীয়া ৰাজা | ৪ কুংমাও | ১৪১৯ | ১৪৯৭ | ৪২ | ঐ ফনলুং-থাম্পেং ১<br>ত্যাওচাংৰাই ২<br>লাঙ্গিধুপুৰা ৩ | ফ্ৰাচেংমুং ৰাজমন্ত্ৰী ১<br>কিলিংথাম্ ২<br>তন্থাম ৰাজ-মন্ত্ৰী ৩ | কন্চেং ৰাজমন্ত্ৰী | ... | ... |
| ১৫ | দিহিঙ্গীয়া ৰাজাৰ পুত্ৰ চুক্লেনমুং গড়গঞা ৰাজা | ৫ কাৰাও | ১৪৬১ | ১৫৩৯ | ১৩ | নাজান ১<br>নাপেতত্যাও-ফ্ৰংডাম্ ২<br>আইথেক ৰাজ-মন্ত্ৰী ৩ | তন্থাম্ | কন্জাং | ... | ... |
| ১৬ | তদপুত্ৰ চুখাম্ফা খোৰা-ৰাজা | ৫ ৰাইমিত্ | ১৪৭৪ | ১৫৫২ | ৫৯ | চাওপেত | ঐ | বলিয়া | ... | ... |

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ১৭ | তদপুত্ৰ চুচেংফা ওৰফে বুদ্ধিস্বৰ্গনাৰায়ণ ওঁ প্ৰতাপসিংহ | ৬ ডাপ্‌ৰাও | ১৫৩৩ | ১৬১১ | ৩৮ | থক্‌বক্ ৰাজমন্ত্ৰী ১<br>শুকুলাহুত্ৰ ২ | থামপেত্ ১<br>চেংমুন্-মুনিয়া দতা ২<br>থাম্‌চিন্ ৩<br>১ সোলা ৪<br>বেকা ৫<br>২ সৰুবুঢ়া ৬<br>পিলিঙ্গা ৭<br>ঐ সৰুবুঢ়া ৮ | ওলে-যোৰা ১<br>মৰাণৰ-লাকু ৰাজমন্ত্ৰী ২ | মোমাই তামুলী ১ | পানী-সিয়া ১<br>নেওগ ২<br>হালধি-ঠেঙ্গা ৩<br>পিক্‌চাই ৪<br>সৰুচকুৰা ৫<br>ঐ পিক্-চাই ৬<br>ঐ পানী-সিয়া ৭ |
| ১৮ | তদপুত্ৰ চুৰম্‌ফা ওৰফে ভগা ৰাজা | ৬ কাকেও | ১৫৭১ | ১৬৪৯ | ৩ | ঐ শুকুলাহুত্ৰ | ঐ সৰুবুঢ়া | ঐ লাকু | নাহো | ... |
| ১৯ | তদপুত্ৰ চুত্যিংফা ওৰফে নৰিয়া ৰাজা | ৭ ৰাইঙ্গি | ১৫৭৪ | ১৬৫২ | ২ | ঐ শুকুলাহুত্ৰ ১<br>সবিয়হ ২<br>হাতীপোৱালি ৩<br>ঐ শুকুলাহুত্ৰ ৪ | ঐ সৰুবুঢ়া ১<br>চপৰাখোৱা ২<br>ঐ সৰুবুঢ়া বাজমন্ত্ৰী ৩ | ঐ লাকু ১<br>ঢৈমা ২ | হাতী-পোৱালি ১<br>টংচু ২ | ... |
| ২০ | তদপুত্ৰ চুতাম্লা ওৰফে জয়ধ্বজসিংহ ভগনীয়া ৰাজা | ৭ প্লেক্‌চি | ১৫৭৬ | ১৬৫৪ | ৯ | ঐ শুকুলাহুত্ৰ ১<br>২ লেচাম ২<br>৩ আতন ৩ | ৩ লেচাই ১<br>৯ লাঙ্গিচং ২ | লাই<br>চেবেলীয়া ২<br>ভগা ৩ | ঐ টংচু ১<br>৫ বেং-পোৱা ১ | বাড়লি |

| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ |
|---|---|---|---|---|---|---|---|---|---|---|
| নম্বৰ | ৰাজাগণৰ নাম | লাক্নি | মোতাবেক শক | ইংৰেজী সন | ভোগ | বুঢ়াগোহাঞি | বৰগোহাঞি | বৰপাত্ৰ-গোহাঞি | বৰবৰুয়া | বৰফুকন |
| ২১ | চুপংমুং ওৰফে চক্ৰধ্বজ সিংহ | ৭ মুংপ্লাও | ১৫৮৫ | ১৬৬৩ | ৭ | ঐ আতম ৰাজ-মন্ত্ৰী | ঐ লাঙ্গিচং | লাঙ্গি ১ লাতাও ২ | ঘোঁৰা-কোঁৱৰ | ঘোঁৰা-কোঁৱৰ ৭ লাচিত |
| ২২ | তদভাতৃ চুন্যত্ফা ওৰফে উদয়াদিত্য | ৭ কাপ্চান্ | ১৫৯২ | ১৬৭০ | ২ | ঐ | ঐ | হাড়ি—১ চপা—২ | ৭ পেলন-১ ৯দেবেৰা-২ | লালুক-সোলা |
| ২৩ | তদভাতৃ চুক্লন্ফা ওৰফে ৰামধ্বজ | ৭ ৰাইমিত্ | ১৫৯৪ | ১৬৭২ | ২ | আতম ৰাজমন্ত্ৰী | চেংমুন্ | চপা | দেবেৰা | লালুক-সোলা |
| ২৪ | চুহুং ৰাজা | ৭ প্লেকৃত্যেও | ১৫৯৬ | ১৬৭৪ | ০-১-১৫ | ঐ | ঐ | ঐ | ঐ | ঐ |
| ২৫ | গোবৰ ৰাজা | ঐ | ঐ ১৫৯৬ | ঐ ১৬৭৪ | ০-০-২০ | ঐ | ঐ | ঐ | ঐ | ঐ |
| ২৬ | চুজিন্ফা ৰাজা | ৭ প্লেকৃত্যেও | ১৫৯৬ | ১৬৭৪ | ২-৯-২৫ | ঐ | ১ লালুক | ঐ চপা | কিৰকিৰীয়া | ঐ লালুক |
| ২৭ | চুডৈক্ফা ৰাজা | ৭ কুংমাও | ১৫৯৯ | ১৬৭৭ | ২ | দীঘলা ৰাজমন্ত্ৰী | ৪ শেন | লাচাম কলা | মেচা ১ চক্ৰপাণি ২ | ঐ |
| ২৮ | চুলিক্ফা ওৰফে লৰাৰজা | ৮ কাচেও | ১৬০১ | ১৬৭৯ | ২ | ঐ | লাইথেপেনা | ঐ | মৰাঙ্গি ১ আলনবুঢ়া ২ | ভাবধৰা ১ ২ বন্দৰ ২ |

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ২৯ | গদাপাণি ওৰফে গদাধৰসিংহ ওৰফে চুপাতফা ৰাজা | ৮ খুত্মিত্ | ১৬০৩ | ১৬৮১ | ১৪-১০ | ২ মৌও ১<br>৫ থাম্পেং ২ | ঐ ৰাজমন্ত্ৰী | আচুক | ১০ টেমা | সন্দিকৈ |
| ৩০ | তদপুত্ৰ লাই ওৰফে চুখ্ৰুংফা ৰুদ্ৰসিংহ ৰাজা | ৮ খুত্মিত্ | ১৬১৭ | ১৬৯৫ | ১৮-৬ | ২ লাইচেং ১<br>৪ আফুআ<br>থাম্পাত ২ | তদপুত্ৰ কমলাকান্ত ৰাজমন্ত্ৰী | চেংকং ৰাজমন্ত্ৰী | ৯ বুঢ়া ১<br>১১কোটা২<br>৯ ডেকা ৩<br>৪ বৰাগী ৪ | ৯ বৰজনা ১<br>পাতৰ ২ |
| ৩১ | ৰুদ্ৰসিংহৰ পুত্ৰ চুতনফা ওৰফে শিব সিংহ ৰাজা | ৯ প্লেকচি | ১৬৩৬ | ১৭১৪ | ৩০-৩-১১ | ৬ বাঁয়ন ১<br>৬ ডোমাই ২<br>৭ চেংমন ৩ | ৬ হৰিনাথ ৰাজমন্ত্ৰী ১<br>৭ থানুনাথ ২ | পৰমানন্দ ১<br>হৰিনাথ ২ | ঐ বুঢ়া ১<br>১২ ৰূপচন্দ্ৰ ২ | ১১ বিজয় ১<br>২ দেবেৰা ২<br>ডেকা-ডুবৰা ৩ |
| ৩২ | তদভাতৃ চুনেনফা ওৰফে প্ৰমত্তসিংহ | ৯ কাত্কেও | ১৬৬৬ | ১৭৪৪ | ৬-১০-৫ | ৬ সোনাই ১ | থাম্চেং দলবন্ধা ৰাজমন্ত্ৰী | ২ মৃত্যুঞ্জয় | ১২ গেন্ধেলা ও কীৰ্ত্তিচন্দ্ৰ | ঐ ডেকা-ডুবৰা |
| ৩৩ | তদভাতৃ চুৰেম্ফা ওৰফে ৰাজেশ্বৰসিংহ | ৯ ডাপ্চেও | ১৬৭৩ | ১৭৫১ | ১৭-৭-২১ | লাংমাইকলীয়া ১<br>২ ভগি ২ | নুমলি ৰাজমন্ত্ৰী ১<br>৫ বৰজনা ২ | তদপুত্ৰ কণ্ঠকণ্ঠ ১<br>লেচেঙ্গিয়াল ৰাজমন্ত্ৰী ২ | ঐ | ১১ বহিখোৱা ১<br>তামূলী ২ |

| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ |
|---|---|---|---|---|---|---|---|---|---|---|
| নম্বৰ | ৰাজাগনৰ নাম | লাক্নি | মোতাবেক শক | ইংৰেজী সন | ভোগৰ সংখ্যা | বুঢ়াগোহাঞি | বৰগোহাঞি | বৰপাত্ৰ-গোহাঞি | বৰবৰুৱা | বৰফুকন |
| ৩৪ | তদভাতৃ চুন্তেউফা ওৰফে লক্ষ্মীসিংহ | ৯ কাকেও | ১৬৯১ | ১৭৬৯ | ১১-৬-১০ | ঐ ভগি ১<br>ঘনশ্যাম ২ | বাইলুঙ্গ ৰাজ-মন্ত্ৰী | মৰাণ ১<br>তদপুত্ৰ ২<br>২ ৰুদ্ৰেশ্বৰ৩ | ১২ ভদ্ৰ-সেন ১<br>৪ আদা-ৰবীয়া ওৰফেশিব-ৰাম ২ | ১২ কাশী ২<br>১৩ লাহন২ |
| ৩৫ | তদপুত্ৰ চুহিত্পংফা ওৰফে গৌবীনাথসিংহ | ১০ ডাপ্কেও | ১৭০২ | ১৭৮০ | ১৪-৭-২২ | ঐ ঘনশ্যাম ৰাজ-মন্ত্ৰী ১, তদপুত্ৰ পূর্ণানন্দ ৰাজমন্ত্ৰী২ | ৫ ভিচোনাৰা-য়ণ ১<br>তদপুত্ৰ নির্ভয়-নাৰায়ণ ২<br>৮ গঙ্গাৰাম ৩<br>ঐ নির্ভয় ৪ | ঐ ৰুদ্ৰেশ্বৰ ৰাজমন্ত্ৰী ১<br>অনি ২ | ৪ নাম-তিয়ালৰ ভাগতী ১<br>১৪ জয়-নাথ ২<br>১০ বাছ-কটীয়া ৩ | ঐ সেনা-পতি হৰনাথ ১<br>৮ গগৈ ২<br>১২ মেধি ৩<br>৯শিবনাথ৪<br>বুঢ়া-চেটিয়া৫<br>ঘিণাই বদনচন্দ্ৰ ৬ |

| | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ৩৬ | কমলেশ্বৰসিংহ | ১০ কাত্প্লাও | ১৭১৭ | ১৭৯৫ | ১৫-৫-১০ | তথা পূৰ্ণানন্দ | ৮ গঙ্গাৰাম ১<br>৫ নৰহৰি ২ | ঐ আঁনি ১<br>২ দুৰ্গেশ্বৰ ২ | ৪ ভদৰি ১<br>৮ শ্ৰীনাথ ২ | ৮ গেন্ধেলা ৰাজখোৱা ওৰফে কলীয়া ভোমোৰা ও প্ৰতাপ-বল্লভ |
| ৩৭ | তদভ্ৰাতৃ চন্দ্ৰকান্ত সিংহ | ১০ ডাপ্চেও | ১৭৩২ | ১৮১০ | ৭-১-৫ | ঐ তদপুত্ৰ ৰুচি-নাথ ৰাজমন্ত্ৰী | নিৰ্ভয়নাৰায়ণ ৰাজমন্ত্ৰী | দুৰ্গেশ্বৰ ১<br>পুনঃ দণ্ডে-শ্বৰ ২<br>ধনী ৩ | শ্ৰীনাথ ১<br>ধনী ২ | ঐ প্ৰতাপ-বল্লভ ১<br>৯ বদনচন্দ্ৰ ২<br>১২ ঘন-শ্যাম ৩ |
| ৩৮ | পুৰন্দৰসিংহ ৰাজা | ১০ ত্যাওত্যেও | ১৭৩৯ | ১৮১৭ | ১-০-১৪ | ঐ | ৯ মালভোগ | ০ | ৪ ধনী ১<br>৪ ঘিণাই ২ | ঘনশ্যামৰ পুত্ৰ<br>নিগুৰ্ণ ১<br>১০ গগৈ ২<br>৮ ঘিণাই ৩ |

এই পৰ্য্যন্ত ইন্দ্ৰবংশীয় ৰাজাৰ বিবৰণ লিখি সমাপ্ত কৰা হল। এহাৰ পৰ মানে দেশত অনেক দুৰ্গতি কৰিলে এবং ১৭৪২ শকৰ ৩ চৈত্ৰৰ পৰা স্বতন্ত্ৰ ৰাজা নাইকিয়া হল। এহেতুকে মানৰ দিন বোলা যায় ৩ বছৰ ১০ মাহ ১৯ দিন। তদপৰ কোম্পানী বাহাদুৰৰ তৰফ ডেবিডইস্কাট কমিচনৰ আহি এই আসাম দেশ মানক খেদি দখল আক্ৰমণ কৰিলে; এই হেতুকে ইংৰেজৰ দেশ বোলা যায়। তদ বিবৰণ দ্বিতীয় খণ্ডে বিবৃত হব।

প্ৰথম খণ্ডৰ সামৰণি

সমাপ্তোয়ং। ৩৩৩॥

(ইতি হৰকান্ত শৰ্ম্মাবৰুৱা সদৰামীন ৰচিত আসাম বুৰঞ্জী প্ৰথম খণ্ড সমাপ্ত।)

সমাপ্ত।

# পৰিশিষ্ট—ক

—ʌʌʌ—

## সোণামুৰা পৰিয়ালৰ বংশাৱলী।

শ্ৰীকৃষ্ণায় নমঃ। অথঃ সোনামুৰা বা নগামজুন্দাৰ বৰুৱাৰ বংশাৱলী।—আচল হিন্দুস্থান কান্যকুব্জ প্ৰদেশে দৈত্যাৰি নামক শনিবিপ্ৰ পৰশুৰাম কুণ্ডে স্নান কৰিবৰ

**দৈত্যাৰিৰ অসম আগমন**

নিমিত্তে পূবাভিমুখে আহি অসমদেশ পালে। সেই সময়ত দিল্লীৰ বাদসাহ আসামদেশ আক্ৰমণ কৰি কলিয়াবৰ পৰ্য্যন্ত দখল কৰিছিল। গুৱাহাটীত তেতিয়া বৰফুকন নাছিল। পানীফুকন নামেৰে কাৰ্য্যকাৰী আছিল। বৰগোহাঁয়েও তাতে আছিল। এনে সময়ত কোঁচবেহাৰৰ নৰনাৰায়ণ ৰজা ও চিলাৰায়ে ১৪৮৫ শকত আসামদেশ লবৰ মনেৰে উত্তৰে গোহাঁই-কমলা আলিৰে সৈন্য-সামন্ত সহিতে গৈ খোৰা-ৰজাদেৱৰ সৈন্যৰে সহিতে যুদ্ধ কৰাত ৰজাদেৱ ঘাটি চৰাইদেও পৰ্ব্বতত উঠিলগৈ। নৰনাৰায়ণ ৰজা দেশ ললে। অথচ হাবুঙ্গে গৈ যুদ্ধ কৰি দেশ ললে। সেই সময়ত কলিয়াবৰত বৰগোহাঁই চকী দি আছিল। ৩৩৪ ॥

সেই সময়ত সূৰ্য্যবৰ সূৰ্য্যবিপ্ৰ যাই উপস্থিত হোৱাতে চকীয়ালে পাই বৰগোহাঁইত সাক্ষাত কৰি দিলে। এবং অতি তেজস্বী দেখি সোধাত কলে, "কান্যকুব্জ দেশৰ পৰা

**সূৰ্য্যবৰ বিপ্ৰ**

পৰশুৰাম কুণ্ডত স্নান কৰিবৰ নিমিত্তে আহিছোঁ। আৰো মই সূৰ্য্যবিপ্ৰ, জ্যোতিষ শাস্ত্ৰ জানোঁ।" পুনৰ সুধিলে, "জ্যোতিষ শাস্ত্ৰে কি কয়?" উত্তৰ দিলে, "ভূত, ভবিষ্যত, বৰ্ত্তমানৰ কথা কব পাৰি।" বৰগোহাঁয়ে কলে, "এতিয়া আমাৰ ৰজা কোন স্থানে আছে?" উত্তৰ দিলে, "স্থানভ্ৰষ্ট হুই পূবফালৰ পৰ্ব্বতত গৈ আছে। অন্য ৰজা আহি দেশ আক্ৰমণ কৰি লৈছে। পুনৰ আপুনি ইচ্ছাতে দেশ এৰি দি গুচি যাব।" পুনৰ সুধিলে, "কেতিয়া এৰি দি যাব?" তেওঁ গণনা কৰি কলে "অমুক শক, মাহ, তাৰিখে দেশ এৰি দি যাব।" সেই কথাকে সত্য মানি বৰগোহাঁয়ে ৰজাৰ ঠাইলৈ পঠাই দিলে। খোৰা-ৰজাদেৱেও সেইমত সোধাতে সেইমত ঠিকঠাক কৰি কলে। পাচে ৰজা-দেৱে কলে, "যদি তোমাৰ কথা সত্য হয় ভাল মানুহ কৰিম, নফলিলে কাটিম।" এই বুলি লগতে আটক হেন কৰি ৰাখিলে। কতো দিনান্তৰে সংখ্যা অনুসাৰে

নৰনাৰায়ণ ও চিলাৰায়ে প্ৰীতিৰে দেশ এৰি দি আপুন কোঁচবেহাৰ দেশে গল। ৩৩৫ ॥

পাচে খোৰা-ৰাজাদেৱে বৰ ৰং পাই সেই সূৰ্য্যবৰ সূৰ্য্যবিপ্ৰক সোনৰ মুখ কৰি পিন্ধায়; সোনৰ মুখৰে কলে, সেহেতু সোনামুৱা নাম দিলে। আৰো সোনৰ লগুণ দি; হাতী দি, সকল জ্যোতিয়াৰ ওপৰত বৰদলৈ পাতিলে। সেই কুলত বৰদলৈয়ে বৰবিষয়া হেন আছিল। পাচে স্বৰ্গদেৱে সেই সূৰ্য্যবৰ বিপ্ৰক লগত মানুহ দি পৰশুকুণ্ডত স্নান কৰাই আনি দেশত থাব নিদি সূৰ্য্যবিপ্ৰৰ ভাল কন্যা আনি বিবাহ দি ৰাখিলে ও অনেক ধন বস্তু দাস-দাসী দিলে। ৩৩৬ ॥

সোণামুৱা

সেই সোনামুৱা বৰদলৈৰ পুত্ৰ জয়ানন্দ নামে এটি হল। তেওঁক বৰদলৈ পাতি অনেক আদৰে ৰাখিলে। ঐ জয়ানন্দ বৰদলৈৰ পুত্ৰ ময়ূৰ ও বকুল। ঐ বকুল পৰ্ব্বতীয়া বৰুৱা বিষয় পাইছিল। তেওঁৰ সন্ততি নাই। ৩৩৭ ॥

জয়ানন্দ

ময়ূৰ মজুন্দাৰ বৰুৱা হুই হাতী ও সোনৰ খাৰু আদি ও পৰ্হিদোলা ৰজাঘৰৰ পৰা দিলে। মজুন্দাৰ বৰুৱাৰ কৰ্ম্ম এই।—ৰাজাৰ সমীপে সৰ্ব্বদা থাকিব লাগে। ৰাজাৰ আজ্ঞাৰে বুঢ়াগোহাঁই ও বৰগোহাঁই ও বৰপাত্ৰ-গোহাঁই, এই তিনি জনা ডাঙ্গৰীয়া, আৰো শদিয়াল গোহাঁই ও মৰঙ্গি-খোৱা গোহাঁই ও সলাল গোহাঁই এই তিনি জনা দাঁতিয়াল গোহাঁই, আৰু বৰবৰুৱা বৰফুকন ও ৰাজখোৱা ও চুমুৰু বৰুৱা ফুকনক কথা শুনাই ভঙ্গাপতা কৰিব লাগে। তেওঁলোকৰ পাশ যোগ্যমতে ওলগনি বাবে বেটী-বন্দী, ম'হ-গৰু, তাম-পিতল, এক সঁজুলি, শোৱা খাট-তুলি, পাটি ও পিন্ধা অলঙ্কাৰ ও বাজামহৰি টাকা পায় তাঁক কৰই নালাগে। হোৱাজনা বিষয়াই অবশ্যে দিয়ে। আৰো মজুন্দাৰ বৰুৱা প্ৰায় ৰাত্ৰিন্দিবা ৰাজাৰ কাথতে থাকিব লাগে। ৰাতি হলে পালীঘৰ থাকে, তাতে থাকে। কোনো কোনো সময় ৰাজাই বিচাৰ কৰিলে সেই ৰাতিতে চাংঘৰত উঠি ৰাজাৰ সাক্ষাত হব লাগে, ও কোন কথা কলে সেই ৰাতি অথবা দিনত আজ্ঞা প্ৰচাৰ কৰিব লাগে। মজুন্দাৰ বৰুৱাৰ দ্বাৰাহে সকল আজ্ঞা প্ৰচাৰ হয়। আৰো কোন সময়ত ৰাতিতে মজুন্দাৰ বৰুৱা সহিতে নিৰিবে মন্ত্ৰণা যুক্তিকো কৰিব লাগে। মজুন্দাৰ বৰুৱা ৰজাৰ ভিতৰ বিশ্বাসী এক প্ৰকাৰ মন্ত্ৰীৰ ন্যায়। তিনিজনা ডাঙ্গৰীয়া প্ৰভৃতি সকলোৱে মজুন্দাৰ বৰুৱাক

মজুন্দাৰ বৰুৱা

ভয় কৰি আশা-ভৰিসা ৰাখে। অন্যকি ৰাজাৰ বিনানুমতিতে তিনিজনা ডাঙ্গৰীয়া ঘৰে গলে জগৰ লাগে। ৩৩৮ ॥

আৰো পৰদেশলৈ ৰাজা কি বাদসাহ উজিৰ নবাবৰ পাশ কটকী পঠাব লাগিলে মজুন্দাৰ বৰুৱাই ইংৰাজী বা ফাৰ্চী কিম্বা নাগেৰী বা আসামীয়া আখৰেৰে সোন-

**চিঠি দিয়া প্ৰণালী আৰু কটকীৰ কৰ্ত্তব্য।**

চৰোৱা তোলাপাতত পত্ৰ লিখি তোলাপাতৰ খামৰ ভিতৰ সোমোৱাই লাকে সিংহ চাব মাৰি কিংখাপৰ সোনাত ভৰাই লাহাত সিংহ-চাব মাৰি বন্ধ কৰি যাক পঠাবৰ মন হয় সেই কটকীৰ হাতত দি লগত মানুহ নিবন্ধ কৰি দিয়ে। কটকীসকলৰ এই কৰ্ম্ম। ৩৩৯ ॥

আৰো কটকী উলটি আহি যি পত্ৰ ও পত্ৰচিৰ্ণ আছে অথবা অন্যত্ৰ ৰাজাৰ কটকী আহিলে পত্ৰচিৰ্ণ সহিতে পত্ৰ মজুন্দাৰ বৰুৱাৰ হাতে দিয়ে। মজুন্দাৰ বৰুৱাই পঢ়ি

**ৰাজসভাৰ নিয়ম।**

শুনায়। পৰদেশৰ কটকী আহিলে আৰো ডাঙ্গৰ কথা হলে তিনিজনা ডাঙ্গৰীয়াক আহ্বান কৰি ৰজাৰ ৰবচ'ৰাত নিয়মমত বহোৱায় আৰু অন্য চমুৱা বৰুৱা ফুকনসকলো নিয়মমতে বহে। চ'ৰাঘৰৰ বাহিৰে পাইক ও চিপাহী, তাৰ বাহিৰে ঘোঁৰা, তাৰ বাহিৰে হাতীৰে পালী ধৰে। পৰে ৰাজাদেও কেকোৰাদোলাৰে আহি সিংহাসনত বহিলে তিনিজনা ডাঙ্গৰীয়া প্ৰভৃতি সকলোৱে আঠু চুঙ্গাই সেৱা কৰে। সেই ডাঙ্গৰ সভাত সকলোৱে জামা, পাগ আৰো বচোৱাল যাক যিমতে অলঙ্কাৰ পিন্ধিব বজাঘৰৰ দিছে, সেইমতে পিন্ধি সভাত আছে। মজুন্দাৰ বৰুৱাৰ পাগ, জামা, সোনৰ থাক, কাণত কৰ্ণবালা, পৰিধান কৰি ৰাজাক আঠু চুঙ্গাই কথা জনাই চৌখাম কৰি কটকী তোলে। চাৰিও ফালৰ লোকসকল নিশব্দ থাকে। ৩৪০ ॥

এইদৰে চাৰি পাঁচ বাৰ চৌখাম কথাবাৰ্ত্তা মঙ্গল সুধি মজুন্দাৰ বৰুৱাই ৰাজা-দেৱত জনায় আৰ যি পত্ৰ সন্দেশ অগচ পত্ৰচিৰ্ণ আছে তেতিয়াই যোগায়। যি পত্ৰ

**ৰাজসভাত মজুন্দাৰ বৰুৱাৰ কৰ্ত্তব্য**

আছে তেতিয়াই পঢ়িবৰ অনুমতি হলে পঢ়ি শুনায় অথবা পৰেও শুনায়। পৰদেশী কটকীক বেৱস্থা, থাকিবৰ নিবন্ধ কৰি দিয়ে। পৰে মজুন্দাৰ বৰুৱাই স্বৰ্গদেৱৰ অভিপ্ৰায় জানি "পাচনি বৰা, বটা দে," এনে বুলিলেই তৎক্ষণাৎ চেওপাতেৰে তামোল তিনিজনা ডাঙ্গৰীয়াক যোগায় ও দোৱলীয়া ফুকনে তেতিয়া দোলা যোগালে স্বৰ্গদেৱে উঠি ভিতৰ চাংঘৰে যায়। গলে সভা বিসৰ্জ্জন হয়। লোকসকল স্থানে স্থানে যায়। এইসকল কৰ্ম্ম মজুন্দাৰ বৰুৱাৰ নিত্য কৰ্ম্ম; অন্য দ্বাৰা হব নোৱাৰে। ৩৪১ ॥

আৰো ওপৰে কোৱা তিনিজনা ডাঙ্গৰীয়া প্ৰভৃতি ডাঙ্গৰ ডাঙ্গৰ বিষয়া ব্যতিৰেক অন্যত্ৰ বিষয়া পাতিব লাগিলে স্বৰ্গদেৱৰ আজ্ঞাৰে মজুন্দাৰ পাচনি মতে কটকী ভঙ্গাপতা কৰে। আৰো ৰাজাদেৱে মাটি দেবত্তৰ ও ব্ৰহ্মত্তৰ ও ধৰ্ম্মত্তৰ ও নানকৰ আৰো পাইক দিবৰ ইচ্ছা হলে মজুন্দাৰ দ্বাৰা মহজৰ অথচ দলীল তাম্ৰফলি কৰাই দিয়ে। ঐ মহজৰে ৰাজাৰ সিংহ-চাব মজুন্দাৰ বৰুৱাই মাৰি দিয়ে। তাৰ নকল মজুন্দাৰ বৰুৱাই একপ্ৰস্থ ৰাখে। তাকে পেৰাকাগজ বোলে। এইসকল মজুন্দাৰ বৰুৱাৰ দ্বাৰাহে হব পাৰে। ৩৪২ ॥

**পেৰাকাগজ**

ঐ মজুন্দাৰ ময়ূৰধ্বজৰ পুত্ৰ দয়াশীল ১, চতুৰ্ভুৰ্জ ২, যদু ৩, অনিৰ বাপেক ৪, ধেনুধৰা কাকতী ৫, পাচনি ডেকা ৬, বনমালী ডেকা ৭, ঘোঁৰামৰা ডেকা ৮, কলীয়া ডেকা ৯, চিকন ডেকা ১০, মণি ডেকা ১১, অনি ডেকা ১২, এই বাৰ জন হল। চতুৰ্ভুৰ্জ ব্যতিৰেক অন্যৰ সন্তনি নাই। ৩৪৩ ॥

**ময়ূৰধ্বজৰ পুত্ৰ সকল**

ঐ ময়ূৰ মজুন্দাৰ অনেকটি ৰাজাৰ দিনত মজুন্দাৰ বৰুৱাৰ কৰ্ম্ম কৰি ৰাজাৰ বৰ বল্লভ হৈছিল। প্ৰায় ৰাজাৰ লগতে থাকিব লাগে। অন্যকি মেল কৰা অথচ ভোজন কৰা সময়তো দেশদেশান্তৰৰ ৰজাসকলৰ আৰো অন্যত্ৰ কথা বা সাধুকথা কৈ ৰাজাৰ মন তুষ্টি কৰাই থাকিব লাগে। ৩৪৪ ॥

**ময়ূৰ মজুন্দাৰৰ প্ৰতি ৰজাৰ অনুগ্ৰহ**

তাতে চাংমাই বৰুৱা প্ৰভৃতি আহোমসকলে ভাল নাপাই ৰাজাদেৱত জনালে যে, হিন্দু মানুহ মেল কৰা সময়ত থকা ভাল নহয়। স্বৰ্গদেৱে কোনো উত্তৰ নিদিয়ে। তথাপি পুনঃ পুনঃ কোৱাতে স্বৰ্গদেৱে কলে, "যদি হেন্দু মানুহ থকা ভাল নহয়, তেবে জাত মাৰি আহোম জাতি কৰা যাওক। তথাপি মই বুঢ়া মজুন্দাৰ মেল কৰাত এৰিব নোৱাৰোঁ, থাকিবই লাগিব" তাতে চাংমাই বৰুৱা প্ৰভৃতি কলে, "হেন্দুৰ জাত মৰা উচিত নহয়" স্বৰ্গদেৱে কলে, "তইঁতে জাত মাৰিবকো নিদিয় যাতে, যাতে জাতি ৰক্ষা পৰে আৰো মই মেল কৰাতো থাকিব পাৰে, এনে এটা উপায় কৰ।" পাচে সকলোৰে ভাবিচিন্তি এই স্থিৰ কৰিলে যে ৰাজাৰ বংশত তোলিলে ৰজাঘৰৰ পকা সাজ মাইহাঙ্গ সহিত পাব। সেই সাজ আহোম মজুন্দাৰ বৰুৱাই অন্য আহোমক খুৱাব। তেনে হলে জাতো ৰব আৰু খেলতো উঠিব। পাচে

**নগা মজুন্দাৰৰ আহোমৰ খেলত ভুক্তি**

স্বৰ্গদেৱে এই যুক্তি কৰি তিনিজনা ডাঙ্গৰীয়া সহিত মন্ত্ৰণা কৰি চেটিয়াপাত্ৰৰ খেলত লিখিলে আৰু লাথাম চেটিয়া নাম দিয়ে।' এই কাৰণে এই খেল হল। সেই ৰজাঘৰৰ সাজলৈ মজুন্দাৰ বৰুৱাই আহোম এক জনক খাবলৈ দিয়ে, সেই অনুসাৰে খায়। ৩৪৫ ॥

ঐ ময়ূৰ মজুন্দাৰ বৰুৱাৰ পুত্ৰ দয়াশীল। তং পুত্ৰ চাৰুচন্দ্ৰ। তং পুত্ৰ অম্বৰিষ ওৰফে নগা মজুন্দাৰ বৰুৱা। এওঁ অতি প্ৰতাপী ৰাজা-বল্লভ আছিল। নানান বিদ্যা অথচ ফাৰ্চী নাগেৰী বাঙ্গালা ভোটৰ ও মানৰ দেশৰ বিদ্যাকো জানিছিল। চক্ষু কিছো সৰু আছিল। সেইহেতু ৰাজাদেৱে আনন্দতে ও কৌতুকে নগাৰ নিচিনা সৰু চক্ষু নগা এনে বুলিলে। সেই কাৰণে নগা মজুন্দাৰ নাম হয়। অপৰ পুত্ৰ ঈশদত্ত। ৩৪৬ ॥

নগা মজুন্দাৰ

ঐ নগা মজুন্দাৰৰ পুত্ৰ ৰাধাকান্ত ১, শ্ৰীকান্ত ২। অথচ বৰপত্নী সুকন্যা, তং পুত্ৰ ৰাধাকান্ত অতি সুনীত, মজুন্দাৰ বৰুৱা হল। তেওঁৰ বৰ পত্নী ধীৰ, ছোট পত্নী কৃষ্ণমতী। বৰ পত্নীৰ পুত্ৰ গোপীকান্ত ১ বিষ্ণুকান্ত ২। ছোট পত্নীৰ পুত্ৰ শিৱকান্ত ও শ্ৰীহৰকান্ত ও গৌৰীকান্ত। গোপীকান্তৰ পুত্ৰ কালীকান্তও অতি উগ্ৰতেজী লোক আছিল। তেওঁৰ অপৰ স্ত্ৰী তিলমতী নামে এটি ভাৰ্য্যা পৰিণয় কৰিছিল। তেওঁৰ সন্ততি নহল। গোপীকান্ত পুৰন্দৰ ৰাজা উজান খণ্ড ইংৰেজীৰ আমলে লাখবন্দী পোৱাতে তেওঁ যাই ফৌজদাৰীৰ শেৰস্তদাৰ হৈছিল। পৰে ৰাজাৰ স্বভাৱ বিপৰীত দেখি কৰ্ম্ম পৰিত্যাগ কৰি গৌহাটী আহিল। এওঁ ফাৰ্চী ও নাগেৰী ও বাঙ্গালা ও আসামীয়া ও জ্যোতিষ ও নিদান শাস্ত্ৰত পাৰদৰ্শী আছিল। জিনকিঞ্চন কমিচনৰ আজেণ্ট নবাব গবৰণৰ সাহেব মজুন্দাৰ বৰুৱা খেতাপ দিছিল। আৰু মহাফেজী কৰ্ম্মত মকৰৰ কৰি ৰাখিছিল। আৰো এওঁ বৰুৱা হিন্দুশাস্ত্ৰত নিপুণ ও বিশ্বাস আছিল। তন্ত্ৰোক্ত মতে পূজা সেৱাদি কৰ্ম্মত আসক্ত আছিল। কালক্ৰমে তং পুত্ৰ কালীকান্তৰ পিণ্ড গ্ৰহণ নকৰি গত হল। অথচ কালীকান্ত তত অগ্ৰেই গত হৈছিল হেতু তং ছোট পত্নী শ্ৰীতিলমতী অন্ত্যেষ্টি ক্ৰিয়া কৰ্ম্মাদি কৰিছিল ও কৰি আছে। কালীকান্তৰ কিছো বিদ্যা নাছিল। দেওবৰু বৰদলৈৰ দুহিত্ৰী বিলাই নামক কন্যা এটি বিবাহ কৰাই কোনোমতে উদৰ পূৰণ হৈছিল। ৩৪৭ ॥

গোপীকান্ত

তং পুত্ৰ পুষ্পকান্ত অপৰ শ্ৰীভূমিকান্ত। পুষ্পকান্ত চা-বাগিচাৰ কৰ্ম্ম কৰি প্ৰবৰ্ত্তন

কৰে। অল্প ইংৰেজী বিদ্যা জানে। ভূমিকান্তও অল্প ইংৰেজী জানে। পাৰ হোৱা

পুষ্পকান্ত আৰু ভূমিকান্ত

জাতাজৰ লোকজনৰ পয়চা লোৱা মহৰিৰ কয়েক টকা দৰমহা পাই তদ্দাৰা প্ৰবৰ্ত্তন। বিষ্ণুকান্ত উজিৰৰ কন্যা এটি বিবাহ কৰাইছিল। কোন সন্তান নোহোৱাত গত হ'ল। সন্ততি নাই। ৩৪৮॥

ৰাধাকান্তি বৰুৱাৰ সৰুপত্নী কৃষ্ণমতী দেবীৰ বৰপুত্ৰ শিৱকান্ত আসামীয়া ও বাঙ্গালী ও নাগেৰী বিদ্যা জানিছিল। ইংৰেজীৰ আমলে তহশীলদাৰিৰ মহৰি কৰ্ম্ম

শিৱকান্ত

কৰিছিল। পৰে কামৰূপ জিলাৰ কালেক্টৰীত মহৰিৰ কৰ্ম্ম কৰি তাজো পৰগণাৰ চৌধাৰীৰ কৰ্ম্ম কৰিছিল। এবং দেওবৰ বৰদলৈৰ ডহিতৃ পদ্মাক বিবাহ কৰাইছিল। গৃহাগত নোহোৱাতে কাল-ক্ৰমে গত হল। তেওঁৰ সন্ততি নাই, নিসন্তান। ৩৪৯॥

ৰাধাকান্ত বৰুৱাৰ সৰু পত্নীৰ অপৰ পুত্ৰ শ্ৰীহৰকান্ত, অসমীয়া ও বাঙ্গালী ও নাগেৰী ও ফাৰ্চী বিদ্যাত কিছু ব্যুৎপত্তি আছিল। কামৰূপ জিলাৰ কলেক্টৰীৰ মহৰিৰ

হৰকান্ত

ও বোবকাৰ ও পেস্কৰী ও শেৰস্তদাৰী কৰ্ম্ম দক্ষতাৰূপে, সুচাৰুমতে কৰ্ম্ম কৰিছিল। ও দেবদত্ত বৰদলৈৰ সাবিত্ৰী নামে কন্যা এটি বিবাহ কৰাইছিল। পৰে কামৰূপৰ ডেপুটীকালেক্টৰ ও তেজপুৰে মনচফ ও নগাৱে মনচফ ও সদৰ-আমিন ও দ্বিতীয় শ্ৰেণীৰ মাজিষ্ট্ৰৰ কৰ্ম্ম কৰি...... (এই থিনিতে এটা পাত নাই) কন্যা হৈ গত হ'ল। তদপৰ কতোদিনান্তৰে বসন্তীয়ে গত হল; সন্তান নাথাকিল। পাচে শ্ৰীজয়ৰামে অন্যখানে বিবাহ কৰালে। ৩১০॥

শ্ৰীকমলাকান্ত কিছো ইংৰেজী ও বাঙ্গালা দৈব্য-চিকিৎসা, নিদান শাস্ত্ৰ জানে ও মোক্তাদাৰী কৰ্ম্ম কৰিছিল। তেওঁ বৌমূৰীয়াৰ শ্ৰীমাহিন্দ্ৰী নাম্নি কন্যা এটি বিবাহ

হৰকান্তৰ পুত্ৰকন্যা—
কমলাকান্ত

কৰাইছিল। পুত্ৰ এটি সৰুতে গত হ'ল। অপৰ শ্ৰীকালিন্দী নাম্নী কন্যা এটি হ'ল। তেওঁ ৰুদ্ৰখড়ি দলৈৰ ঘৰৰ শ্ৰীহৰচন্দ্ৰ সহিত বিবাহ হৈছে। ৩৫১॥

অপৰ শ্ৰীৰত্নকান্ত, এওঁ ইংৰেজী ও নাগেৰী ও আসামীয়া ও বাঙ্গালী বিদ্যা আৰো চিত্ৰকৰ বিদ্যাতে অতি নিপুণ। ইংৰেজীৰ আমলে কানুনগো ও তৰজুমা-নবিশ ও

ৰত্নকান্ত

ফৌজদাৰীৰ শেৰস্তদাৰ ও হেটক্লাক আদি কৰ্ম্ম কৰি সুখ্যাতি লাভ প্ৰাপ্ত ও অনেক চাট্টিফিট পাই আছে। এওঁ গাধীৰা কাকতী ঘৰৰ কুন্তী নামে কন্যা এটি বিবাহ কৰিছিল; এটি সন্তান হৈ মাক পুত্ৰেক

উভয় কালক্ৰমে গত হ'ল। তদপৰ এওঁ হুলি দলৈৰ পুতেক শ্ৰীবৰ দলৈৰ জীয়েক ঘনকান্তিক বিবাহ কৰায়। তেওঁৰ পুত্ৰ ২টি দুই গত হল। অপৰ শ্ৰীমতী ইন্দু ও শ্ৰীতোলসী নাম্নী কন্যা হল। শ্ৰীমতী ইন্দুক কদৃখড়ি ঘৰৰ শ্ৰীললিতচন্দ্ৰত বিবাহ হৈছে। ৩৫২ ॥

দুৰ্গাকান্ত ইংৰাজী ও বাঙ্গালা, নাগেৰী, সংস্কৃত বিদ্যাত ব্যুৎপত্তি হৈছিল। ও এণ্ট্ৰেন্‌শ্ পাচ কৰি মোক্তাৰী পৰীক্ষা দি মোক্তাৰী কৰিছিল। বকুলী নাম্নী কন্যা এটিও বিবাহ হৈছিল। পৰে ওকালতি পৰীক্ষা দিবৰ কাৰণে কলিকাতা নাই তাতে বেমাৰ হৈ ঘৰে আহিলত বিবাহিতা কন্যাটি গত হ'ল। কিছো দিন পৰে দুৰ্গাকান্তও কালক্ৰমে গত হ'ল। তেওঁৰ সন্ততি নাই, নিঃসন্তান। ৩৫৩ ॥

দুৰ্গাকান্ত

জয়ন্তী

শ্ৰীজয়ন্তী নাম্নী কন্যা টঙ্গাৰ ঘৰৰ শ্ৰীশম্ভুৰামত বিবাহ। তৎ দুহিতৃ শ্ৰীৰোহিণী। ৩৫৪ ॥

দেৱকান্ত

শ্ৰীদেৱকান্ত—এওঁ ইংৰেজী বাঙ্গালা বিদ্যা কিছো জানে। কমিচনৰী কাছাৰিত এপ্ৰেণ্টিশ্ কৰি ৮৲ টাকা পায়। ৩৫৫ ॥

শ্ৰীধৰ্ম্মকান্ত ইংৰেজী ও বাঙ্গালা বিদ্যা কিছো জানে এবং কামৰূপ জেলাৰ কালেক্টৰী ও ফৌজদাৰী শেৰস্তাত মহৰিৰ কৰ্ম্ম কৰিছিল। তেওঁক কলীয়াদলৈৰ ঘৰৰ শ্ৰীচম্পা নামে কন্যা এটি বিবাহ কৰাইছিল। তেওঁৰ শ্ৰীমালতী ও শ্ৰীভদ্ৰী নামে কন্যা দুটা। অপৰ শ্ৰীইন্দ্ৰকান্ত নামে পুত্ৰ। ৩৫৬ ॥

ধৰ্ম্মকান্ত

বাইশ পাতে (৩৪৭শ ছেদ) যে লিখা গৈছে গৌৰীকান্ত, তেওঁ বাঙ্গালা হিচাবৰ কৰ্ম্ম জানিছিল। হাজো পৰগণাৰ চৌধাৰী মৌজাদাৰী কৰিছিল। তেওঁ চতুৰ্থ দলৈৰ জীয়েক কেতেকীক বিবাহ কৰায়। তৎ পুত্ৰ শ্ৰীচন্দ্ৰকান্ত ও দুহিতৃ মঞ্জিৰা। ঐ মঞ্জিৰা ভাৰলুৱা ঘৰৰ মহীধৰত বিবাহ। শ্ৰীচন্দ্ৰকান্ত কৰতি গাওঁৰ শুকুৰা দলৈৰ জীয়েক শ্ৰীবকুলীক বিবাহ কৰায়। তৎ পুত্ৰ শ্ৰীকেশৱকান্ত ও শ্ৰীবিদ্যাকান্ত, কন্যা শ্ৰীকুমুদী ১, শ্ৰীগোলাপী ২, শ্ৰীশয়ন্ত্ৰী ৩। কুমুদী কলীয়াৰ শ্ৰীৰাধাত ও গোলাপী চাংকাকতী ঘৰৰ শ্ৰীবলোত, শয়ন্ত্ৰী শ্ৰীকলীয়া ঘৰৰ শ্ৰীপণ্ডিত বিবাহ হৈছে। ৩৫৭ ॥

গৌৰীকান্ত

একত্ৰিশ পাতে (৩৪৬শ ছেদ) যে লিখা গৈছে ঈশদত্ত তৎ পুত্ৰ কৃষ্ণকান্ত

মজুন্দাৰ বৰুৱা। এওঁ নগা মজুন্দাৰ বৰুৱাৰ ভায়েক ঈশদত্তৰ পুত্ৰ। সৰুতে বাপেক ঈশদত্তৰ মৃত হোৱাতে নগা মজুন্দাৰ প্ৰতিপাল কৰি ডাঙৰ কৰিলে। এবং আপুন পুত্ৰ ৰাধাকান্ত ও শ্ৰীকান্তৰ সমান ভাগ দিলে। অথচ ঈশদত্তৰ ভাৰ্য্যা ৰুদ্ৰাণী আছিল; তেওঁৰ পুত্ৰ হ'ল কৃষ্ণকান্ত। সৰুতে বাপেক মৰাতে নগা মজুন্দাৰে প্ৰতিপাল কৰি ডাঙৰ কৰিলে। এবং আপুন দুই পুত্ৰৰ সমানে ভাগ দি ৰজাৰ ঘৰে লগতে নি মোৰ পুত্ৰ বুলি কৈছিল। আৰো নগা-মজুন্দাৰক আপোন পিতৃ হেন জ্ঞান কৰি সেৱা সুশ্ৰুষা কৰিছিল। এবং অন্তিম সময় সন্তুষ্ট হই অশীৰ্ব্বাদ কৰিলে, "পুত্ৰ ৰাধাকান্ত মোৰ মজুন্দাৰ বৰুৱা আছে, পৰে তুমিও সেই বিষয় পাবা," এই বুলি ৰাজাৰ শৰণ দি মজুন্দাৰ বৰুৱা নিমাত হৈ নাম নলৈ মৃত হ'ল। এই বদনাম অপযশ থাকিব বুলি ৰাজাৰ কুকুৰাচোৱা সাক্ষাত সকলোকে সাথী কৰি নাম লৈ শৰীৰ এৰিলে। পৰে তিনিজনা পুত্ৰে অন্ত্যেষ্টি ক্ৰিয়া কৰি কৰ্ম্ম কৰিলে। পৰে সেই বাক্যেৰে কৃষ্ণকান্ত মজুন্দাৰ বৰুৱা হ'ল। এওঁ ডেববীয়া ঘৰৰ কণিকী নাম্নি কন্যা বিবাহ কৰালে। ৩৫৮ ॥

কৃষ্ণকান্ত

তৎ পুত্ৰ হলকান্ত ও ব্ৰজকান্ত। অপৰ মেকুৰীদলৈৰ ঘৰৰ মালতী নামে কন্যা বিবাহ কৰালে। তৎ পুত্ৰ সুৰকান্ত ও ভবানী নামে কন্যা ১। হলকান্তে বাঙ্গালা ও আসামীয়া বিদ্যা জানিছিল। মনছফৰ মহৰিগিৰি কৰ্ম্ম কৰিছিল। তেওঁ কলীয়াদলৈৰ ঘৰৰ অনাদৰ বৰদলৈৰ জীয়েক জুৰাইক বিবাহ কৰাইছিল। তৎ পুত্ৰ শ্ৰীবলিকান্ত ও কেতেকী ও নোমলী ও তিল এই তিন দুহিতৃ। অপৰ কাকডঙ্গাত কুন্দাইক বিবাহ কৰায়। তৎ পুত্ৰ ঘনকান্ত ও লীলাকান্তী কন্যা ১। বলিকান্ত ঘিনাদলৈৰ জীয়েকক বিবাহ কৰায়। তৎ পুত্ৰী কেতেকীক কৃষ্ণৰাম ভঙাৰ বৰুৱাই বিবাহ কৰায়। নোমলীক গিৰিধাৰী ওকিলে বিবাহ কৰায়। তিলক ভাৰলু ঘৰৰ হিতনাথে বিবাহ কৰায়। ৩৫৯ ॥

হলকান্ত

ব্ৰজকান্তে কপাহী নামে কন্যা এটি বিবাহ কৰালে। তেওঁৰ পুত্ৰ সূৰ্য্যকান্ত ও পদ্মকান্ত। ৩৬০ ॥

ব্ৰজকান্ত

৩৪ পাতে (৩৫৭শ ছেদ) শ্ৰীকেশৱকান্ত কেবল বাঙ্গালী অল্প জানে ও হৰিৰামৰ জীয়েক মাকৰীক বিবাহ কৰালে। তৎ পুত্ৰ শ্ৰীৰুদ্ৰকান্ত ও সত্য ও হেমো, কন্যা দুই। গৌৰীকান্ত স্নানান্তৰে মৃত হ'ল। ৩৬১ ॥

কেশৱকান্ত

একইশ পাতে (৩৪৭ শ ছেদ) যে লিখা গৈছে শ্ৰীকান্ত, এওঁ ভাৰলুৱা ঘৰৰ

চেমতী নামে কন্যা বিবাহ কৰাইছিল। তৎ পুত্ৰ ৰমাকান্ত ১ ৰতিকান্ত ও

শ্ৰীকান্ত

সূৰ্য্যা ও কণকা কন্যা। অপৰ ভাবলুৱা ঘৰৰ দেবনাথৰ জীয়েক ডালিমীক বিবাহ কৰাইছিল। তৎ পুত্ৰ লক্ষ্মীকান্ত। শ্ৰীকান্ত কিছো ইংৰেজী ও ফাৰ্চী ও কিছো চিত্ৰকৰ বিদ্যা জানিছিল। গজপুৰ প্ৰদেশৰ হাজৰিকা বিষয় পাইছিল। কিন্তু নগা মজুন্দাৰে ৰাজা ও বুঢ়াগোঁহাই ডাঙ্গৰীয়াত জনালে যে মোৰ দুটি পুত্ৰ, এটি মজুন্দাৰ বৰুৱা হ'ল, এটি হাজৰিকা নামে থাকিল। কিন্তু হাজৰিকা নামটি গুচাই বৰুৱা নাম দি জাপিত ৰূপৰ চূলা দিলে ভাল হয়। সেইমত আজ্ঞা দিলে। তাৰ পৰাহে বৰুৱা নাম হ'ল। তেওঁ অতি সাহসী আত্মম্ভৰী লোক আছিল। দুই বেলি শৰৎকালি পূজা কামাখ্যাত কৰাবলৈ চমুৱা বৰুৱা হৈছিল। অথচ গৌহাটী আহি ৰজাৰ সঞ্জাতি স্বৰূপ পূজা কৰাইছিল। তাতে পূজাৰ কোনো দ্ৰব্য ক্ৰটী হোৱাত বদনচন্দ্ৰ বৰফোকনক দাই ধৰি বাক্য বচন বুলিছিল। এওঁ ভাবলুৱা ঘৰৰ দেবনাথ বৰদলৈৰ জীয়েক চেমতী নামে কন্যা নি বিবাহ কৰালে। তৎ পুত্ৰ ৰমাকান্ত ও ৰতিকান্ত ও কণকা নাম্নি কন্যা অপৰ ডাবলী নামে এটি বিবাহ কৰালে। তত হেমকান্তী ও সূৰ্য্যা নামে কন্যা হ'ল। অপৰ দেওবৰ বৰদলৈৰ ভনীয়েক ডালিমী নামে বিবাহ, চমুৱা বৰুৱা হৈ গোহাটী অহাত ধৰি নি হাতীশালত কৰালে। তৎ পুত্ৰ লক্ষ্মীকান্ত, অপৰ কন্যা বৰ আইটী ও সৰু আইটী। বৰ আইটী শেনদলৈৰ ঘৰৰ মিহিৰাম ও সৰু আইটীক কলীয়াদলৈৰ ঘৰৰ সৰ্ব্বেশ্বৰ বিবাহ কৰায়। ৩৬২ ॥

ৰমাকান্ত কিছো ফাৰ্চী ও বাঙ্গালা জানিছিল। অতি সাহসী আছিল। ডেবিদ্ ইষ্টাট্ সাহেবৰ শেৰস্তাত মহৰি, পৰে দোৱাৰ শেৰস্তাদাৰ, ততপৰ মনচফ

ৰমাকান্ত

হৈছিল। ডেবৰীয়া ঘৰৰ কন্যা এটি বিবাহ কৰালে। তৎ পুত্ৰ ভবানীকান্ত নিঃসন্তান। অপৰ এটি উজনিত পুগে এক বিবাহ কৰে। অপৰ কোৰলা বৰকাকতীৰ পুত্ৰ বাপুৰামৰ জীয়েক গোলাপীক বিবাহ কৰায়। তৎ দুহিতৃ তৰা কলীয়াদলৈৰ ঘৰৰ দেহিৰাম পাটগিৰিক বিবাহ দিছে। ৩৬৩ ॥

ৰতিকান্ত এওঁ বাঙ্গালা আসামীয়া বিদ্যা জানিছিল ও হিন্দু শাস্ত্ৰানুসাৰে তন্ত্ৰোক্ত মতে পূজা সেৱাদি কৰ্ম্মত বৰ আশক্তি আছিল। সে বাহক, ইংৰেজৰ আমলে

ৰতিকান্ত

দেৱানীত মহৰিৰ কৰ্ম্ম কৰি প্ৰবৰ্ত্তন হৈছিল। এওঁ ডেবৰীয় ঘৰৰ কন্যা এটি বিবাহ কৰায়। তৎ দুহিতৃ চন্দ্ৰী নিতাইৰ

ঘৰৰ পুহিৰামে বিবাহ কৰায়। অপৰ টঙ্গাদলৈৰ ঘৰৰ বিচিত্ৰীক বিবাহ কৰায়। ৩৬৪ ॥

তৎ পুত্ৰ শ্ৰীউমাকান্ত। এওঁ বাঙ্গালা ও আসামীয়া বিদ্যা জানে। সৰকাৰ ঘৰত মহৰিৰ কৰ্ম্ম কৰি পেনচিন প্ৰাপ্ত হৈছে। এওঁ চাংককতী ঘৰৰ শিৱৰামৰ জীয়েক শ্ৰীথানেশ্বৰীক বিবাহ কৰায়। তৎ দুহিতৃ ললিতী কলীয়া ঘৰৰ তুলসীত বিবাহ দিয়ে। বিধবা হল। অপৰ পুত্ৰ শ্ৰীবিমল ১, শ্ৰীপদ্ম ১, শ্ৰীমহি। অপৰ ধীৰ দলৈৰ জীয়েক বিবাহ কৰায়। ৩৬৫ ॥

উমাকান্ত

তৎ পুত্ৰ অমৃত। তৎ পুত্ৰ নৱকান্ত। অপৰ ৪১ পাতে (৩৬২শ ছেদ) লিখা গজপুৰীয়া বৰুৱাৰ দুহিতৃ কণকা ৰুদ্ৰথড়িৰ ঘৰৰ কিনাৰামে বিবাহ কৰায়। হেমকান্তিক কিনাৰাম চাংকাকতী বিবাহ কৰায়। সূৰ্য্যা নামে কন্যা কিটিং চাংকাকতীৰ পুত্ৰ নিৰ্বিকাৰে বিবাহ কৰায়। ৩৬৬ ॥

একচল্লিশ পাতৰ (৩৬২শ ছেদ) লক্ষ্মীকান্ত, এওঁ আসামীয়া, বাঙ্গালী কিছো জানিছিল। সৰকাৰে নাজিৰৰ মহৰিৰ কৰ্ম্ম ও মৌজাদাৰীৰ কৰ্ম্ম কৰিছিল। এবং কলীয়াদলৈৰ ঘৰৰ কন্যা এটি বিবাহ কৰাইছিল। ৩৬৭ ॥

লক্ষ্মীকান্ত

তৎ পুত্ৰ গিৰিকান্ত ও পদ্মা ও চম্পা ও জুতি কন্যা। অপৰ বিয়াহুৰ ঘৰৰ সৰ্ব্বেশ্বৰীক বিবাহ কৰায়। তৎ পুত্ৰ শ্ৰীৰজনীকান্ত ও শ্ৰীবীৰজা ও দুহিতৃ সেৱতী ও মাধবী। গিৰিকান্ত উজিৰৰ ঘৰৰ সোনেশ্বৰীক বিবাহ কৰায়। তৎ দুহিতৃ শ্ৰীযমুনা। শেনদলৈ ঘৰৰ শ্ৰীতিলকে বিবাহ কৰায়। পদ্মাক উজিৰৰ ঘৰৰ কৃষ্ণৰামত বিবাহ দিছিল। চম্পাক ৰুদ্ৰথড়ি ঘৰৰ মোলানে বিবাহ কৰায়। জুতীক কলীয়াদলৈৰ ঘৰৰ জীউনাথে বিবাহ কৰায়। শ্ৰীৰজনীকান্ত, দেবহৰিৰ জীয়েক শ্ৰীবৰদাক বিবাহ কৰায়। তৎ পুত্ৰ শ্ৰীদিন সেৱতীক উজিৰৰ ঘৰৰ পুৰন্দৰক বিবাহ দিছে। মাধবীক উজিৰৰ ঘৰৰ কৃষ্ণৰামে বিবাহ কৰায়। ৩৬৮ ॥

---

# পৰিশিষ্ট—খ

কাশীনাথ তামুলী-ফুকনৰ বুৰঞ্জীত নথকা কিন্তু হৰকান্ত শৰ্ম্মা-বৰুৱাৰ বুৰঞ্জীত থকা কিছুমান লাগতিয়াল কথা।

| | | | |
|---|---|---|---|
| ১। | ছেদ | ১৫, | লামুংতাই অৰ্থাৎ জিউতৰা.........নামক পুতেকক ৭— |
| ২। | „ | ১৬, | তেওঁলোকৰ আচল স্থান............কৰি কৌশলে ললে। |
| ৩। | „ | ২৯, | পূৰ্ব্বে মদ্য মাংস..............ঐ চুকাফা ৰাজাদেৱে— |
| ৪। | „ | ৩৫, | পাওমং-চাওবিন-চেঙ্গ-বৰপোন......তৃতীয় ৰাজা গত। |
| ৫। | „ | ৩৬, | এই তিনি জনা..................ৰাজ্যকে ভোগ কৰি— |
| ৬। | „ | ৩৭, | পাচে এওঁ ৰাজাদেওৰ.................পঞ্চম ৰাজা গত। |
| ৭। | „ | ৫১, | এই জনা ৰাজাদেৱৰ........বৰবৰুৱা ও বৰফুকন নাই। |
| ৮। | „ | ৫২-৫৩, | অৰ্থাৎ এই নিয়ম.................সভা বিসৰ্জ্জন হয়। |
| ৯। | „ | ৬০, | আৰু এক সময়ত....................ভোগ কৰি আছিল। |
| ১০। | „ | ৬১, | আপোন বংশৰ এক......... ক্ৰমান্বয়ে বৰগোহাঁই হল। |
| ১১। | „ | ৬৪, | বাৰেভূঞাৰ অৰ্থ এই........ ইয়াকে বাৰেভূঞা বোলে। |
| ১২। | „ | ৭০ ৭৪, | কোঁচবেহাৰত হাড়িয়া নামে......প্ৰীতিপূৰ্ব্বক আশ্ৰিত হল। |
| ১৩। | „ | ৮১ ৮৪, | যুদ্ধৰ আয়োজন কৰি............পৰাজয় হৈ ভাগিল। |
| ১৪। | „ | ৮৭, | এনে সময়তে কান্তকুঞ্জ.......... পৰ্য্যন্ত লগতে ৰাখিলে। |
| ১৫। | „ | ৯০, | আৰু অতি প্ৰতাপী আছিল, সেহেতু প্ৰতাপনাৰায়ণো বোলে। |
| ১৬। | „ | ৯১-৯২, | পাচে কোঁচবেহাৰৰ নৰনাৰায়ণ......এনে ভাবতে থাকিল। |
| ১৭। | „ | ৯৫-৯৬, | আৰু ইতপূৰ্ব্বে বুঢ়াৰাজাদেৱে.........ব্ৰাহ্মণ কটকী হল। |
| ১৮। | „ | ১০৩-১০৪, | কটকীৰ কৰ্ম্ম এই.............................ও কৰ লাগে। |

| | | | |
|---|---|---|---|
| ১৯। | ছেদ | ১০৭, | এওঁ বৰুৱাই বচা ………… আনি বামদিয়াত পাতিলে। |
| ২০। | ” | ১১৯, | শুকুলাহুঁ বুঢ়াগোহাঁই ………… পিকচাই বৰফুকন হল। |
| ২১। | ” | ১২২, | এই ৰাজাদেৱে শিঙৰিঘৰ ………… দিবৰ নিবন্ধ কৰিলে। |
| ২২। | ” | ১৩৪, | এওঁ ৰাজাৰ দিনত ………… ৰাজমন্ত্ৰী সহিতে হল। |
| ২৩। | ” | ১৩৬, | এই যুদ্ধতে থাবৰ ………… কাটি থালে। |
| ২৪। | ” | ১৩৭, | আৰু এওঁ ৰাজাদেৱেই ………… সীমা ধাৰ্য্য আছে। |
| ২৫। | ” | ১৪৮-১৫৭, | তেওঁৰ ভাৰ্য্যা গাভৰু ………… লৈ যাবৰ কাৰণে— |
| ২৬। | ” | ১৬০-১৬২, | পূৰ্ব্বে পলাই থকা ………… নিত্যান্তে ভোজন কৰে। |
| ২৭। | ” | ১৬৫-১৬৭, | এবং প্ৰকাৰে ৰাজাদেৱে ………… ৰূপৰ মোহৰো মাৰিছিল। |
| ২৮। | ” | ১৭৩, | তদপৰ স্বৰ্গদেৱে মণিপুৰ ………… মিত্ৰ ভাবে থাকিল। |
| ২৯। | ” | ১৭৫-১৮০, | এবং তেওঁলোকৰ এই কৰ্ম্ম ………… দণ্ডবন্ধৰ বেৱস্থা কৰিলে। |
| ৩০। | ” | ১৮১, | আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱে ………… হিন্দুধৰ্ম্ম ধৰা হল। |
| ৩১। | ” | ১৮৩, | পাচে দিল্লীৰ বাদসাহে ………… নামটি গুচাওঁ বুলি— |
| ৩২। | ” | ১৮৩-১৮৮, | দিল্লীৰ বাদসাহৰ ফৌজে ………… ভায়েৰ ৰজা হবি’। |
| ৩৩। | ” | ১৯০-১৯৩, | আৰু স্বৰ্গদেও ………… ১৬৩৯ শকতে দ’ল কৰালে। |
| ৩৪। | ” | ১৯৬, | এওঁকে বৰ ৰাজাও ………… নহয় কাৰ হব? |
| ৩৫। | ” | ২০০-২০১, | এওঁ ৰাজা শিবসিংহ ………… নিবন্ধ কৰি দিলে। |
| ৩৬। | ” | ২০৩, | শাকে বৈশ্যানৰবিধ ………… যোগবহ্নিপ্ৰদগ্ধঃ। |
| ৩৭। | ” | ২১৫-২১৬, | ঐ শিলিখাতলীয়া মহন্তে ………… সাম্য হৈ থাকিল। |
| ৩৮। | ” | ২৩০, | ঐ ওৱালিছ কাপ্তান ………… তৎপূৰ্ব্বে নাছিল। |
| ৩৯। | ” | ২৪১, | এওঁ ৰাজাদেৱৰ দিনত ………… বৰবৰুৱা আছিল। |
| ৪০। | ” | ২৪৩-২৪৪, | এই জনা স্বৰ্গদেৱে বেঙ্গেনা আটীয়া ………… বিহৰালে। |
| ৪১। | ” | ২৪৪, | এবং ভূতৰ পুতেক সংৰাম ………… খোচাই মৰালে। |
| ৪২। | ” | ২৪৬-২৪৭, | পাচে স্বৰ্গদেৱে এনে বুজিলে ………… লৈ আহিব। |
| ৪৩। | ” | ২৬৩-২৬৪, | কিন্তু মানে এই সময়তে ………… শাস্তি বন্দীতে মৰিল। |
| ৪৪। | ” | ৩০২-৩৩১, | ৰজাঘৰৰ বিষয়াৰ বাব, সম্পূৰ্ণ ১৭শ আধ্যা। |